# অসমৰ নৱ-জাগৰণঃ

## অনা-অসমীয়াৰ ভূমিকা




ড° হেৰম্বকান্ত বৰপূজাৰী





অসম সাহিত্য সভা
১৯৮৭

**Asamar Nava-Jagaran : Ana-Asamiyar Bhumika** ( *Renascent Assam : Role of the Non-Assamese* ) by Dr Heramba Kanta Barpujari, formerly Professor and Head, Department of History, University of Gauhati, and published by Shri Amal Rajkhowa, General Secretary, Asam Sahitya Sabha, Chandra Kanta Handiqui Bhavan, Jorhat—785001, Assam.

Price : Rupees twenty only.

ড° হেৰম্বকান্ত বৰপূজাৰীৰ 'অসমৰ নৱ-জাগৰণ : অনা-অসমীয়াৰ ভূমিকা ॥

প্ৰথম প্ৰকাশ : ফেব্ৰুৱাৰী, ১৯৮৭ ॥



© অসম সাহিত্য সভা ॥ বেটুপাত : শৰাইঘাট প্ৰিণ্টাৰ্চ, গুৱাহাটী ॥ প্ৰকাশক : অমল ৰাজখোৱা, প্ৰধান সম্পাদক, অসম সাহিত্য সভা, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-৭৮৫০০১ ॥ ছপাশাল : প্ৰেষক, দীঘলী পুখুৰী পাৰ, গুৱাহাটী-৭৮১০০১ ॥

বেচ : কুৰি টকা মাথোন ॥

## প্ৰধান সম্পাদকৰ একাষাৰ

কেৱল অসমৰ ক্ষেত্ৰতেই নহয়, ভাৰতবৰ্ষৰ ইতিহাসতেই ওঠৰশ শতিকাৰ শেষ ভাগছোৱা আৰু উনবিংশ শতিকাৰ প্ৰথম ছোৱাৰপৰাই এটি নতুন যুগৰ অৱতাৰণা হ'ল। অসম দেশত এই সময়ছোৱাতেই ছশ বছৰীয়া আহোম ৰাজশক্তিৰ বল টুটি আহিল, দেশখনৰ আভ্যন্তৰীণ বিপ্লৱে ৰাজনৈতিক, সামাজিক জীৱনত ঘূৰ্ণী বতাহৰ সৃষ্টি কৰিলে। এনেবোৰ কাৰণতেই ব্ৰহ্মদেশীয় মানৰ আক্ৰমণত ৰাজশক্তিৰ অৱক্ষয় হয়। ১৮২৬ খ্ৰীষ্টাব্দত ঐতিহাসিক ইয়াণ্ডাবু সন্ধিয়ে অসম বুৰঞ্জীৰ নতুন যুগৰ সূচনা কৰিলে। কোম্পানীৰ তললৈ অসম দেশৰ শাসনভাৰ যোৱাৰ লগে লগে ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক জীৱনতো এটি আমূল পৰিবৰ্ত্তন ঘটিল। কোম্পানীৰ ৰাজত্বৰ লগে লগে দেশত পাশ্চাত্য পদ্ধতিৰ শাসন-কাৰ্য আৰম্ভ হ'ল। দেশৰ ডা-ডাঙৰীয়াসকলে নতুন শাসন-নীতিৰ কাম-কাজ নজনাত চম্ভালিব নোৱৰা অৱস্থাত, আকৌ অসমীয়া লোকৰ মাজত লেখা-পঢ়া লোকৰ অভাৱত ইংৰাজ শাসকবৰ্গই ওচৰচুবুৰীয়া ৰাজ্যৰ পৰা (য'ত আগতেই কোম্পানীৰ ৰাজত্ব আৰম্ভ হৈছিল) কৰ্মচাৰী আনি শাসন চলাবলৈ ধৰিলে। বেপাৰ-বাণিজ্য, আৰু সাংস্কৃতিক বিনিময়ৰ প্ৰথা আৰম্ভ হ'ল। অসম বুৰঞ্জীৰ এই সময়ছোৱাৰ বিষয়সমূহক আলোকপাত কৰি ভাৰতবৰ্ষৰ এগৰাকী আগশাৰীৰ বুৰঞ্জীবিদ আৰু অসম সাহিত্য সভাৰ বুৰঞ্জী সন্মিলনৰ প্ৰাক্তন সভাপতি ডক্টৰ হেৰম্বকান্ত বৰপূজাৰীদেৱে যুগুত কৰা কেইটিমান তথ্যসমূহ বক্তৃতাৰে এই পুথি ৰচনা কৰা হৈছে। ডক্টৰ বৰপূজাৰী ডাঙৰীয়াই এই বক্তৃতাকেইটি কলিকতাৰ ইনষ্টিটিউট্ অৱ হিষ্টৰীকেল ষ্টাডিজ আৰু ধুবুৰীৰ ভোলানাথ মহাবিদ্যালয়ত প্ৰদান কৰিছিল। তেখেতৰ পাঁচোটা অধ্যায়ত অসম বুৰঞ্জীৰ নৱজাগৰণৰ কালছোৱাত আমেৰিকান মিছনেৰীসকলৰ অৱদান, প্ৰগতিৰ পথত ইংৰাজ বিষয়াসকল, অসমীয়া মুছলমানসকলৰ অৱদান, মাৰোৱাৰী সম্প্ৰদায় আৰু নৱ-জাগৰণত বাঙালীসকলৰ অৱদান সম্পৰ্কে আলোচনা কৰিছে।

ডক্টৰ বৰপূজাৰীদেৱৰ পত্ৰ মৰ্মে অসম সাহিত্য সভাৰ ১৯৮৬-৮৭ বছৰৰ তৃতীয় কাৰ্য-নিৰ্বাহক সমিতিৰ বৈঠকে (২৩-১১-৮৬) পুথিখন প্ৰকাশৰ বাবে সিদ্ধান্ত কৰে। ড° বৰপূজাৰীয়ে গ্ৰন্থখন সভাৰ হৈ ছপাই দিয়াৰ দায়িত্ব গ্ৰহণ কৰাত আমি তেখেতলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

ডক্টৰ বৰপূজাৰীয়ে লেখা "আমেৰিকান মিছনেৰীসকল আৰু উনবিংশ শতিকাৰ অসম" (১৯৮৩) গ্ৰন্থৰ দৰে এই গ্ৰন্থখনেও গৱেষণাৰ নতুন পথ প্ৰশস্ত কৰিব পাৰিব বুলি আমি ভাবোঁ। এই বিষয়ত বিদ্যায়তনিক আলোচনা আৰু তথ্য-পাতিৰ বাবে গ্ৰন্থকাৰক সম্পূৰ্ণ স্বতন্ত্ৰতা দিয়া হৈছে। অনুসন্ধিৎসুসকলে গ্ৰন্থখনৰপৰা কিবা জানিব লগা থাকিলে গ্ৰন্থকাৰৰ লগত যোগাযোগ কৰিলেই হ'ব। গ্ৰন্থখনৰ পাণ্ডুলিপি ছপাৰ উপযোগী কৰি দিয়াৰ বাবে শ্ৰদ্ধেয় শ্ৰীনবেন্দ্ৰনাথ শৰ্মাদেৱলৈ আৰু প্ৰেষক প্ৰেছে ছপাই দিয়াৰ বাবে ইয়াৰ কৰ্মকৰ্তাসকললৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। ডক্টৰ বৰপূজাৰীদেৱলৈ পুনৰ আমাৰ সম্ভাষণ জ্ঞাপন কৰিলোঁ। ইতি,

ভৱদীয়,

অমল ৰাজখোৱা

প্ৰধান সম্পাদক

অসম সাহিত্য সভা, যোৰহাট—৭৮৫০০১

## ॥ আগকথা ॥

ওঠৰ শতিকাৰ শেষছোৱাৰ পৰা মোৱামৰীয়া বিদ্ৰোহ, ৰাজশক্তিৰ দুৰ্বলতা আৰু গৃহকন্দলৰ বাবে অসমৰ প্ৰায় ছশ' বছৰীয়া আহোম-শাসন সোলোক-ঢোলোক হৈ পতনৰ মুখত পৰিল। ৰাজ্যৰ ঠায়ে ঠায়ে স্বয়ম্ভু ৰজাৰ আবিৰ্ভাৱ হ'ল। কাষৰীয়া পৰ্বতৰ জনজাতিইঁতেও এই সুযোগতে একোছোৱা অধিকাৰ কৰিলেহি। আকৌ সীমান্তৰ সিপাৰৰ মানইঁতেও আহি অসমীয়া প্ৰজাৰ ওপৰত নানা প্ৰকাৰ অমানুষিক অত্যাচাৰ কৰাৰ উপৰিও মাৰি-কাটি খাণ্টাং কৰি, দ'ল-দেৱালয় লুটপাত কৰি গোটেই দেশক চাৰখাৰ কৰিলে। ভূতৰ ওপৰতে দানৱ পৰাদি সীমান্তৰ পৰ্বতীয়া-ইঁতৰ কিছুমানে মানইঁতৰে লগলাগি ভৈয়ামৰ প্ৰজাক নানান উৎপীড়ণ কৰি জুমে-জুমে ধৰি বান্ধি বন্দী-বেটিৰূপে পৰ্বতৰ সিপাৰ পোৱালেগৈ। যি নহওক, শেষ মুহূৰ্ত্তত কোম্পানীৰ ফৌজ অসমলৈ আগবাঢ়ি আহি মানইঁতক খেদাই পৰ্বতীয়াইঁতক বশীভূত কৰিলে; সেয়ে নোহোৱা হ'লে হয়তো অসম মানদেশৰ অঙ্গৰাজ্য হ'লহেঁতেন নাইবা ভৈয়ামৰ একোছোৱা চিৰকালৰ বাবে কাষৰীয়া জনজাতিইঁতৰ কবলত পৰিলহেঁতেন। অসমীয়া প্ৰজাৰ মুখলৈ পানী আহিল। হাবি-বনে লুকাই থকা সকলে নিজা মাটি-ভেটিলৈ উভতিবলৈ ধৰিলে। সেইবাবে কোম্পানীৰ আগমন সেইকালৰ অসমীয়া প্ৰজাৰ আছিল— বিধিৰ নিবন্ধন ( Divine Dispensation )।

মানৰ যুদ্ধত কোম্পানীৰ বহুতো ঘাটি পৰাত ক্ষতিপূৰণৰ অৰ্থে পোনতে নামনি আৰু পিছলৈ উজনী অসমকো কোম্পানী ৰাজ্যৰ লগত চামিল কৰা হ'ল। নতুন আমোলৰ আৰম্ভণিত আগৰ ৰজাদিনীয়া ৰৰমূৰীয়া বিষয়াসকলৰ তুষ্টি সাধনৰ উদ্দেশ্যে সিবিলাকৰ জনদিয়েকক ৰাজহ আৰু বিচাৰৰ ভাৰ দিয়া হৈছিল। বিদেশী চৰকাৰৰ নীতি-নিয়ম ঘাইকৈ লেখা-পঢ়া নজনা ডা-ডাঙৰীয়া সকলৰ পক্ষে কাম-কাজ চলোৱা টান হৈ পৰিল। চৰকাৰ প্ৰায় অচল অৱস্থাত পৰাত উপায়ান্তৰ হৈ কোম্পানীৰ বিষয়াসকলে কাষৰীয়া বংগদেশৰ তলতীয়া কৰ্মচাৰী নিয়োগ কৰিব লগা হ'ল। কাম-কাজ সুচাৰুৰূপে চলাবৰ নিমিত্তে সিবিলাকৰ অৰ্থাৎ বঙলা ভাষাকে চৰকাৰী আদালত আৰু নতুনকৈ পতা স্কুলসমূহত চলোৱাৰ ব্যৱস্থা কৰা হয়। এইদৰে কোম্পানীৰ শাসনৰ লগে লগে আহোম আমোলৰ ডা-ডাঙৰীয়া-সকলৰ জীৱিকা-নিৰ্বাহৰ বিষয়-বাব ওৰ পৰিল আৰু লগে লগে অসমীয়া ভাষা-সংস্কৃতি বিলুপ্তি হোৱাৰো উপক্ৰম হ'ল।

অসমীয়া ভাষা-সাহিত্যৰ অতি সংকটৰ সময়ত ত্ৰাণকৰ্তা হিচাপে আবিৰ্ভাৱ হ'ল— আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰীসকল। সিবিলাকৰ মূল উদ্দেশ্য আছিল — শদীয়াতে খোপনি পুতি সীমান্তৰ সিপাৰৰ চীনদেশলৈ যীশুৰ বাণী প্ৰচাৰ কৰা। সেইটো সম্ভৱপৰ নোহোৱাত তেওঁলোকৰ প্ৰচাৰকাৰ্য্য অসমৰ পৰ্বত আৰু ভৈয়ামতে সীমাবদ্ধ হয়। উভয় অঞ্চলতে সেই সময়ত আছিল অসমীয়া ভাষাৰ প্ৰচলন ; গতিকে এই ভাষাৰেই তেওঁলোকে ধৰ্মপ্ৰচাৰ আৰু শিক্ষাদানৰ দিহা কৰে। বেপ্টিষ্টসকলৰ ত্যাগ, কৰ্ত্তব্যনিষ্ঠা আৰু অধ্যয়নৰে ফলত অসমীয়া ভাষাৰ আত্ম-প্ৰতিষ্ঠাৰ উপৰিও যে অসমীয়া সাহিত্যৰ আধুনিককৰণ, ঐতিহ্য উদ্ধাৰ, সমাজ সংস্কাৰ আৰু বিশেষকৈ বুদ্ধিজীৱিসকলক জাতীয় ভাবেৰে সচেতন কৰি নৱজাগৰণৰ পাতনি মেলিছিল এই পুথিৰ আলোচ্য বিষয়।

ঔপনিবেশ আৰু পুজিবাদী হ'লেও বিদেশী শাসকসকল অসমৰ আৰ্থিক, সামাজিক আৰু সংস্কৃতিৰ উন্নতিৰহকে একেবাৰে উদাসীন নাছিল বৰং কেবাজনেও যৎপৰোনাস্তি চেষ্টাহে কৰিছিল। অসমীয়া ভাষা-সংস্কৃতিৰ হিতাকাঙ্খী আৰু উঠি অহা ডেকাচামক পাশ্চাত্য শিক্ষা আৰু ভাৱধাৰাৰে সচেতন কৰিবলৈ প্ৰচেষ্টা চলোৱা জনদিয়েক বৰমূৰীয়া বিষয়াৰ কাৰ্য্যকলাপৰ সম্পৰ্কে মূল্যায়ণ কৰা হ'ল। বংগদেশৰ নৱজাগৰণৰ ঢৌ অসমলৈকে বিয়পি পৰিছিল। অসমীয়া সাহিত্য-সংস্কৃতিৰ উপৰিও মধ্যবৃত্ত শিক্ষিত সমাজৰ চিন্তা-চৰ্চা, মানৱীয়তা, সংস্কাৰমূলক কাৰ্য্য, স্বদেশ-প্ৰেম আৰু জাতিয়তাবোধ গঢ়ি তোলাত বংগ-নৱোন্মেষ আৰু "যুবা-বাঙালী"ৰ প্ৰভাৱ আৰু ইয়াৰ প্ৰতিক্ৰিয়া সম্পৰ্কেও এই পুথিত আলোচনা কিছু কৰা হৈছে। স্থলপথ, জলপথ আৰু ৰেলপথেদি যাতায়ত আৰু পৰিবহনৰ সুচল হোৱাৰ লগে লগে জীৱিকা নিৰ্বাহৰ চাকৰী প্ৰাৰ্থী আৰু বেপাৰ-বাণিজ্য বহলোৱাৰ উদ্দেশ্যে আন আন প্ৰদেশৰ পৰা অসমলৈ প্ৰব্ৰজনৰ সোঁত বৃদ্ধি হবলৈ ধৰিলে। সিবিলাকৰ ভিতৰত যিবিলাক সম্প্ৰদায়ে স্থায়ীভাবে বসবাস কৰি খিলঞ্জীয়াসকলৰ লগত একগোট হৈ পৰিছিল, সেইসকলৰ ভূমিকা সম্পৰ্কেও আভাষ দিয়া হ'ল।

কলিকতাৰ ইনষ্টিটিউট্ অৱ হিষ্টৰীকেল ষ্টাডিজ ( Institute of Historical Studies ) আৰু ধুবুৰীৰ ভোলানাথ কলেজত দিয়া আমাৰ বক্তৃতা কেইলানি-মানৰ বিষয়-বস্তুকে চালি-জাৰি এই পুথি প্ৰকাশ কৰা হৈছে। ইতিপূৰ্বে আমাৰ সম্পাদিত আৰু অসম চৰকাৰৰ দ্বাৰা প্ৰকাশিত অসমৰ ৰাজনৈতিক বুৰঞ্জীৰ ( Political History of Assam, 1826—1919 ) তথ্যপাতিৰ লগত এই পুথিৰ কিছু মিল থাকিলেও ইয়াত অনা-অসমীয়াৰ ভূমিকাকহে প্ৰাধান্য দিয়া হৈছে। ইয়াৰ সমলসমূহ—চৰকাৰী নথি-পত্ৰ, আমেৰিকাৰ বেপ্টিষ্ট



মিছনৰ চিঠি-পত্ৰ, ভ্ৰমণ-কাহিনী, সমসাময়িক আৰু অৰ্দ্ধ-সমসাময়িক পুথি পাজি, সংবাদ-পত্ৰ আৰু আলোচনীৰ পৰা সংগ্ৰহ কৰা হৈছে। পাদটিকাত এইবিলাকৰ সবিশেষ দিয়া বাবে গ্ৰন্থপঞ্জী দি পুথিৰ কলেৱৰ বঢ়োৱা নহল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব সহকাৰী পঞ্জীয়ক শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মাদেৱে পাণ্ডুলিপিখন তৈয়াৰ কৰাত যথেষ্ট সহায় কৰা বাবে তেখেতক আমাৰ আন্তৰিক ধন্যবাদ জনালোঁ। অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহ সমিতিয়ে পুথিখন প্ৰকাশৰ ভাৰ লোৱাত তেখেতসকলক আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো। সৰ্বশেষত গুৱাহাটীৰ বৰুৱা এজেন্সিৰ পৰিচালক-অংশীদাৰ শ্ৰীবদনচন্দ্ৰ বৰুৱাই অতি কম সময়ৰ ভিতৰতে পুথিখন ছপোৱাৰ ব্যৱস্থা কৰাত তেখেতলৈকো আমাৰ শলাগৰ শৰাই আগবঢ়ালোঁ।

চান্দমাৰী ঃ গুৱাহাটী
৭ ফেব্ৰুৱাৰী ১৯৮৭

হেৰম্বকান্ত বৰপূজাৰী

অসমৰ নৱ-জাগৰণৰ সন্ধিক্ষণত পঢ়াশলীয়া পাঠ্যপুথিৰ ৰচক,
শংকৰী সাহিত্য আৰু পুৰণি পুথিৰ অনুসন্ধান, সংগ্ৰহ
আৰু প্ৰকাশ কৰি অসমীয়া সাহিত্য-সংস্কৃতিৰ
অবিহণা যোগোৱা পণ্ডিত শিৱনাথ ভট্টাচাৰ্য্য
ককাদেউতাৰ পবিত্ৰ স্মৃতিৰ উদ্দেশ্যে
এই ক্ষুদ্ৰ পুথিখনি উছৰ্গা
কৰা হ'ল।

# বিষয়-সূচী

## আগকথা



—০—

# নৱজাগৰণৰ আগৰণুৱা : আমেৰিকান মিছনেৰীসকল

উনৈশ শতিকা—ভাৰত বুৰঞ্জীৰ এটা গুৰুত্বপূৰ্ণ যুগ। ইয়াৰ আৰম্ভণিতে ইংৰাজী শিক্ষাৰ প্ৰৱৰ্ত্তন আৰু তাৰ যোগেদি পাশ্চাত্য ভাৱধাৰা অনুপ্ৰৱেশে ভাৰতীয় ধৰ্মীয়, সামাজিক, ৰাজনৈতিক জীৱন আৰু চিন্তাধাৰাৰ এটা সফল বৈপ্লৱিক পৰিবৰ্ত্তনৰ সূচনা কৰিলে। ষোল শতিকাৰ পৰা ইংলণ্ডত জন্মগ্ৰহণ কৰা বেকন্ (Bacon), ডাৰৱিন (Darwin), স্পেন্সাৰ (Spencer), লক্ (Locke), জ'ন ষ্টুৱাৰ্ট মিল (John Stuart Mill), আদাম্ স্মিথ (Adam Smith) আদি বহুতো চিন্তাশীল নায়কে ভাৰতীয়ৰ বাবে নতুন ভাৱধাৰা আৰু প্ৰকাশভঙ্গীৰ পথ মুকলি কৰিলে। ইংৰাজী অনুবাদৰ যোগেদি ভাৰতীয় লোকে গৰ্কী (Gorky), গোটে (Goethe), ভিক্টৰ হিউগ', (Victor Hugo), আৰু আমিল জোলাৰ (Emile Zola) চিন্তাচৰ্চ্চা চিনাকী হোৱাৰ সুচল হ'ল। সেইদৰে বাৰ্ক (Burke), মিল (Mill), ৰুচ' (Rosseau), ভল্টেয়াৰ (Voltaire), গেৰিবল্ডি (Gariboldi) আৰু মেংচিনিৰ (Mazzini) জীৱন আৰু চিন্তাধাৰাই তেওঁলোকৰ এটা নতুন দিগন্ত প্ৰসাৰিত কৰে। এই মহিষীসকলৰ প্ৰভাৱত ভাৰতীয় সকলে সিবিলাকৰ ধৰ্ম আৰু সামাজিক ব্যৱস্থা কিমানদূৰ যুক্তিমূলক (rational) এই সম্পৰ্কে সন্দিহান হব লগা হয়। কোটিকলীয়া কুসংস্কাৰ বিলাক দূৰ কৰি আমূল সমাজ সংস্কাৰৰ বাবে সিবিলাকে চিন্তা কৰিবলগীয়া হ'ল। আকৌ এই কালতে দেশৰ ঠায়ে ঠায়ে গঢ়ি

উঠা কথিত বা মাতৃভাষা আৰু ছপাশালৰ স্থাপনে শিক্ষা আৰু সাংবাদিকতা প্ৰসাৰৰ পথ মুকলি কৰে। এই পৰিবৰ্ত্তন সমূহৰ দ্বাৰা ভাৰতবাসীয়ে কোনো কালে ভাবিব নোৱাৰা জাতীয়তাবাদ আৰু স্বাধীনতা চিন্তাধাৰাৰ আৰম্ভণি হয়।

অসমত আদিৰে পৰা টোল, পঢ়াশালি আৰু সত্ৰবিলাকত দেশীয় শিক্ষাৰ ব্যৱস্থা আছিল। সেই শিক্ষা ধৰ্মমূলক আৰু উদ্দেশ্যও আছিল পৱিত্ৰ জীৱন যাপনৰ প্ৰস্তুতি; জ্ঞান বহলোৱা বা জীৱিকা নিৰ্বাহৰ বাবে নাছিল। আনহে নালাগে বঙ্গদেশতো ১৮৩৫ চনলৈকে ভাৰত চৰকাৰ ইংৰাজী শিক্ষাৰ প্ৰচলনৰ প্ৰতি উদাসীন আছিল। দেশীয় শিক্ষা উন্নতি সাধনৰ বাবে ১৮২৩ চনত সাধাৰণ শিক্ষা সমিতি (General Committee of Public Instruction) এখন গঠন কৰা হয় আৰু ইয়াৰ বাবে একলাখ টকা আছুতীয়াকৈ ৰখা হৈছিল। সেই ধন আৰবী, ফাৰ্চী, আৰু সংস্কৃত ভাষাৰ পুথি অনুবাদ আৰু সেইবিলাক অধ্যয়ন কৰা ছাত্ৰক বৃত্তি দিয়াতহে খৰছ হৈছিল। উনৈশ শতিকাৰ আদি ভাগৰ পৰা অৱশ্যে পাশ্চাত্য শিক্ষা প্ৰচাৰৰ বাবে বংগদেশত দাবী তোলা হৈছিল। 'কলিকতা গ্ৰন্থ সম্মিলন' (Calcutta Book Society), শ্ৰীৰামপুৰ মিছনেৰীসকল আৰু জনদিয়েক উদাৰ নৈতিক ভাৰতীয় আৰু ইউৰোপীও পুৰুষেও ইয়াক ইন্ধন যোগাইছিল।

অসমত পাশ্চাত্য শিক্ষা আৰু ভাৱধাৰা প্ৰচাৰত আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলৰ অৱদান কম নহয়। ১৯৩৬ চনৰ পৰা নাথান্ ব্ৰাউন (Nathan Brown) অলিভাৰ কাটাৰ (Oliver Cutter) আৰু মাইলচ্ ব্ৰন্সনৰ (Miles Bronson) তত্ত্বাৱধানত বেপ্টিষ্টসকলে শদীয়া, জয়পুৰ আৰু নগাপাহাৰত প্ৰচাৰকাৰ্য্য আৰম্ভ কৰিছিল। ধৰ্মান্তৰকৰণেই আছিল সিবিলাকৰ মূল উদ্দেশ্য। বাইবেলখন পঢ়ি বুজিবৰ কাৰণে শিক্ষাপ্ৰসাৰত আৱশ্যকতা আহি পৰিছিল। ১৮৩৬ চনৰ জুন মাহত—অৰ্থাত আহি পোৱাৰ তিনিমাহৰ পাচতে তেওঁলোকে শদীয়াত এখন পঢ়াশালি পাতে আৰু কেইমাহমানৰ ভিতৰতে এনে পঢ়াশালিৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। অসমীয়া, টাই আৰু ইংৰাজী ভাষাৰ মাধ্যমত



লেখা, পঢ়া আৰু গণিতত শিক্ষাদান হবলৈ ধৰিলে।[1] সীমান্তৰ নিৰাপত্তাহীনতা আৰু পাহাৰীয়া প্ৰতিকূল জলবায়ুৰ কাৰণে বেপ্টিষ্টসকলে অসমীয়া সকলৰ মাজত কাম-কাজ আৱদ্ধ ৰাখিবলগীয়া হ'ল। তাতে অসমীয়া জাতিৰ ভাষাটো ওচৰ-চুবুৰীয়া সকলো জনজাতীয়লোকে বুজি পাইছিল। এই ভাষাৰ প্ৰসাৰৰ বাবে বাবে ব্ৰাউনৰ বৰঙনি অদ্বিতীয়। পোনতে তেওঁৰ ধাৰণা আছিল অসমীয়া ভাষা বঙলাৰে এটা অপভ্ৰংশ মাত্ৰ। এই ভাষাৰ "মুক্ত প্ৰসন্ন বচন-ভঙ্গী, শুৱনি সংস্কৃত লিপি আৰু শব্দৰূপৰ নিজস্ব বৈশিষ্ট্য"[2] দেখি তেওঁৰ ভুল ধাৰণা একেবাৰে সলনি হৈ এটা পৃথক ভাষা হিচাপে তেওঁ অসমীয়াৰ গুণ বখানিবলৈ ধৰিলে।

ইতিমধ্যে গুৱাহাটী (১৮৩৫) আৰু শিৱসাগৰত (১৯৪১) ইংৰাজী আৰু বঙলা—এই দুটা বিভাগেৰে স্থাপন কৰা দুখন স্কুলৰ যোগেদি ইংৰাজী শিক্ষাৰ পাতনি মেলা হ'ল আৰু ইয়াৰ বাবে আমি সেই সময়ৰ কমিচনাৰ কেপ্টেইন জেকিন্স চাহাবৰ অৱদান কৃতজ্ঞতাৰে সুঁৱৰিব লাগিব। উচ্চতৰ পদবী আৰু উচ্চতৰ বেতনৰ লোভত বহুতেই ইংৰাজী বিভাগৰ প্ৰতি আকৰ্ষিত হৈছিল। কিন্তু এই দুখন স্কুলত আদিৰে পৰা ইংৰাজী শিক্ষাৰ অগ্ৰগতি আছিল হতাশাজনক। চৰকাৰী মহলৰ বিশ্বাস হৈছিল—অসমীয়া লোকক ইংৰাজী শিকোৱা সম্ভৱ নহ'ব। দৰাচলতে বিষয় আৰু শিক্ষাৰ মাধ্যম দুয়োটা ক্ষেত্ৰতে ইংৰাজী হোৱা বাবে কোমলমতী ছাত্ৰ সকলৰ পক্ষে বৰ টান হৈছিল। তলতীয়া কৰ্মচাৰী গঢ়ি তুলিবলৈ কিছুমান গাঁৱলীয়া স্কুলো অৱশ্যে খোলা হৈছিল ; কিন্তু, সেইবোৰৰ অৱস্থা আছিল তথৈবচ আৰু তাৰ প্ৰধান কাৰণ আছিল এই স্কুলবোৰৰো শিক্ষাৰ মাধ্যম আছিল বঙলা। পঢ়াশলীয়া ল'ৰাহঁতে সদায় মুখস্থ কৰিব লগা হৈছিল—

1. Barpujari, H. K., *The American Missionaries and North East India*, see Annual Meeting of the Assam Mission, 1850, p. 108.
2. Brown, E. W., *The Whole World Kin*, p. 426.

পাখীসব করে রব
ৰাত পুহাইল
কাননে কুসুম কলি
সকলি ফুটিল।

এইটো অসমীয়া ল'ৰাৰ মাতৃভাষা নাছিল। গতিকে অসমীয়া মাধ্যমৰ শিক্ষাদান কৰা স্কুল স্থাপনৰ বাবে দাবী উত্থাপিত হবলৈ ধৰিলে। সদৰ দেৱানী আদালতৰ বিচাৰক এ.জে, এম, মিলছ্ ( A.J.M. Mills) এ বেঙ্গল কাউঞ্চিল্ অব্ এডুকেশ্যনৰ ওচৰত অসমৰ বিষয়ে দাখিল কৰা তেওঁৰ ইতিহাস প্ৰসিদ্ধ প্ৰতিবেদনত শীঘ্ৰে বঙলাৰ ঠাইত অসমীয়া চলাব লাগে বুলি সজোৰে অনুমোদন কৰিছিল। তেওঁৰ মন্তব্য আছিল[3], "ইংৰাজ ডেকা এজন ইংৰাজীত সু-প্ৰতিষ্ঠিত হোৱাৰ আগতে তেওঁক লেটিনত শিক্ষা দিয়া নহয়। তেনেকৈ অসমীয়া সকলকো এটা বিদেশী শিক্ষা দিয়া উচিত নহয়"। গতিকে অসমৰ ৫০০ ছাত্ৰৰ ভিতৰত এজন ছাত্ৰহে মাত্ৰ স্কুলত উপস্থিত থাকে আৰু চৰকাৰী স্কুল কলেজত নিম্ন পৰ্য্যায়ৰ বৃত্তি লাভৰ বাবে স্থিৰ কৰা মানদণ্ডও যেতিয়া লাভ কৰিব নোৱাৰে তেতিয়া আচৰিত হবলগীয়া একো নাই।[4] "ফলত, এপিনে বংগ দেশৰ চেমনীয়া আৰু ডেকাসকলে কলিকতাৰ হিন্দু কলেজত ৰাজনীতি, সমাজনীতি আৰু অৰ্থনীতিৰ উন্নত মানৰ পাঠ্যক্ৰমও শিক্ষা লাভ কৰিছিল, আনপিনে অসমীয়া ল'ৰাহঁতে লেখা-পঢ়া আৰু গণিতৰ ক-ক-ম-ম মাত্ৰ শিকিছিল, তাকো কেৱল সৰু-সুৰা কিবা চৰকাৰী চাকৰি পোৱাৰ উদ্দেশেহে আছিল"। বঙলাৰ সলনি স্কুল সমূহত অসমীয়া চলোৱাৰ অনুকূলে মিলচ্ চাহাবে যেতিয়া টানি ধৰিলে তেতিয়াই আৰম্ভ হ'ল ভাষা বাদানুবাদ। মিল্‌চে মুক্ত কণ্ঠে স্বীকাৰ কৰিছিল[5]—"বঙলা ভাষাতে সকলো কাম চলাবলৈ আৰু অসমীয়াই এইটো বুজিব লাগিব বুলি নিৰ্দ্দেশ দি আমি ডাঙৰ ভুল কৰিলো"। এনেদৰে

3. Mills, A. J. M., *Report on Assam, 1854*, Appendix J.
4. *Ibid.* P. XLI.
5. *Ibid.*



অসমীয়াৰ অনুকূলে চলা মতবাদৰ ঘোৰ বিৰোধিতা কৰিছিল তেতিয়াৰ স্কুল পৰিদৰ্শক উইলিয়ম্ ৰবিন্‌ছনে ( William Rabinson ); তেওঁৰ যুক্তি আছিল—অসমীয়া বঙলাৰে এটা চহা অংশ মাত্ৰ। সৰু-সুৰা ব্যাতিক্ৰমেৰে দুয়োটা ভাষাৰে মিল আছে। অসমত স্থাপন কৰা গাৱলীয়া স্কুল সমূহত (Village schools) বঙলা ভাষা জাপি দিবলৈ চৰকাৰে কৰা ব্যৱস্থাৰ বিপক্ষে ১৮৩৮ চনৰ আক্টোবৰ মাহতে প্ৰথমে সতৰ্ক বাণী দিয়াজন আছিল নাথান্ ব্ৰাউন।

> এইটোৰ পৰা ওলাই পৰিল যে কেইবছৰমানৰ ভিতৰতে অসমীয়া ভাষা লোপ পাব আৰু বঙলা ভাষাই তাৰ ঠাই লব।…কিছুদিনৰ পৰা এই পৰিকল্পনা চলি আছিল আৰু এতিয়া তাক কাৰ্য্যত পৰিণত কৰিবৰ কাৰণে চৰকাৰে উঠি-পৰি লাগিছে; এই পৰিবৰ্ত্তন সাধনত যে তেওঁলোক কৃতকাৰ্য্য হব তাত লেখমাত্ৰ সন্দেহ নাই।[6]

ৰবিনছ্‌নে আগবঢ়োৱা যুক্তি খণ্ডন কৰি অসমীয়া ভাষাৰ পিতৃ স্বৰূপ মাইলচ্ ব্ৰনসনে বংগৰ লেফ্‌টেনেন্ট গভৰ্ণৰ জৰ্জ কেম্পবেল্ (George Campbell) চাহাবক সোঁৱৰাই দিছিল ঃ

> মাতৃভাষা আতৰাই বিদেশী বঙলা ভাষা চলাই যোৱাটো আমি সম্ভৱপৰ হব বুলি নাভাবো। আমি বঙালী শিক্ষকৰ হতুৱাই পঢ়াই চালো আমাৰ চেষ্টা বিফল হ'ল। তেওঁলোকেও উপায়ন্তৰ হৈ অসমীয়া শিকি ব্যৱহাৰ কৰে। একে কাৰণতে অসমীয়াৰ মাজত বঙলা পুথি প্ৰচাৰ কৰোতে আমি যেতিয়াই এখন পুথি দিও তেতিয়া প্ৰায় গাঁৱতে থলুৱা মানুহে কয়—"আমি তোমালোকৰ পুথি পঢ়িব নোৱাৰো"। কিন্তু যেতিয়াই কোৱা হয় বঙলা নহয় অসমীয়া পুথিহে—সকলোৱে সাদৰে লয় আৰু পঢ়েও।[7]

একে সুৰতেই কৈছিল ডেনফ'ৰ্থ (Danforth) হুইটিং (Whiting) ওৱাৰ্ড (Ward) ; ষ্টোডাৰ্ড (Stoddard) আন আন মিছনেৰীসকলে। ব্ৰনসনে অসমৰ ভিতৰে বাহিৰে জনমত গঠন কৰি বংগৰ লাট বাহাদুৰক

6. Barpujari, *op. cit.*, Journal of Brown, 1855, October 29, pp. 124-5.
7. *Bengal Educational Proceedings*, 1855, March No. 94., Bronson, 13 November 1854.

এখন স্মাৰক পত্ৰ দিলে। তাত লিখিছিল "অসমীয়া এতিয়াও ইয়াৰ মানুহৰ মাতৃভাষা"; "এই ভাষা মিচনেৰী স্কুল সমূহত শিকোৱা হয় আৰু অসমীয়া ভাষাৰ প্ৰকাশিত পুথি আৰু অভিধানো আছে"।[8] ব্ৰাউন-ব্ৰন্সনৰ অসমীয়া ভাষাৰ সপক্ষে সবল সমৰ্থন আৰু নেৰা-নেপেৰা চেষ্টাৰ অবিহনে জৰ্জ কেম্পবেল্ চাহাবে অসমীয়া-সকলৰ দাবী মানি ললেহেঁতেন বুলি আমি সন্দীহান। হেমচন্দ্ৰ গোস্বামীয়ে ঠিকেই মন্তব্য কৰিছিল :

> তেওঁবিলাকে অসমীয়া ভাষাক বৰ অসময়ত সহায় কৰিলে⋯অসমীয়া ভাষা আৰু সাহিত্যক মৰাৰ হাতৰ পৰা ৰক্ষা কৰিলে। এই যে নুমাব খোজা অসমৰ সাহিত্যৰ শলিতা গছি আকৌ টিমিকি টিমিকি জ্বলিছে; সি কেৱল পাদুৰী চাহাবসকলে উচিত সময়ত গুৰিত তেল ঢালিলে তাৰ বলতহে নতুবা অসমীয়া ভাষা, অসমীয়া সাহিত্য লোপ পালেহেতেন। লোপ নাপালেও নগা মিকিৰৰ দোৱান হ'লহেতেন; এনে দুৰ্ভাবনা ভাবিব পাৰি।[9]

বেপ্টিষ্টসকলে লগতে অসমীয়া ভাষাৰ পক্ষ সমৰ্থন কৰিছিল যদিও ইংৰাজী শিকাৰ আৱশ্যকতাত গুৰুত্ব দিছিল। অসমীয়া ডেকাসকলক ব্ৰন্সনে সোঁৱাৰাই দিছিল :

> তোমালোকে যদি ভদ্ৰ আৰু সম্ৰান্ত হব খুজিচা, তেন্তে ইংৰাজি ভাসা সিকিবা। জদি সিল্প বিদ্যা আৰু বাণিজ্য, আৰু উত্তম বেৱস্থা আৰু ৰাজনিতি আৰু ধৰম আদি কৰি সকলো বিষয়ে জানিবলৈ ইচা কৰা; তেন্তে ইংৰাজি ভাসা সিকিবা। জদি এই দেসৰ সকলো লোকৰ আদৰ আৰু প্ৰসংসা পাব খোজা এই ভাসা সিকিবা। আৰু তাতে তোমা-লোকৰ জি গিয়ান জন্মিব তাক এই দেসৰ ভাসাত লিখি প্ৰকাস কৰিবা।[10]

8. *AS, File No. 47*; Bernard, C. to Chief Commissioner, 17 May 1872.
9. গোস্বামী, হেমচন্দ্ৰ; অ, ভা, উ, সা, ২য় অধিবেশন, ১৮৯০। ইয়াৰ পৰা "গোস্বামী" অৰ্থে হেমচন্দ্ৰ গোস্বামী হব।
10. 'অৰুনোদই পৰ্হা সৰু লৰাবিলাকৰ প্ৰতি প্ৰথম প্ৰনই পত্ৰ', অৰুনোদই, চেপ্তেম্বৰ ১৮৪৬।



ষাঠি দশকৰ পৰা অসমত উচ্চ শিক্ষাৰ অনুষ্ঠান প্ৰতিষ্ঠা কৰিবৰ কাৰণে দাবী উত্থাপিত হবলৈ ধৰিলে। ১৮৬২ চনৰ আগভাগত লেফ্টেনাণ্ট গভৰ্ণৰ ডিব্ৰুগড়লৈ আহোতে অসমৰ সদৰ ঠাই বিলাকও যত যত হাইস্কুল নাছিল সেই বিলাকত হাইস্কুল হব লাগে বুলি প্ৰাৰ্থনা জনাবলৈ অসমীয়া ডেকাইঁতে তেওঁক আগুৰি ধৰিছিল।[11] তেওঁলোকে ইংৰাজী শিক্ষাহে বিচাৰিছিল এনে নহয়, বিচাৰিছিল এটা উচ্চ পৰ্য্যায়ৰ শিক্ষা যাৰ দ্বাৰা তেওঁলোকে ওপৰ খাপৰ চৰকাৰী চাকৰিয়াল হবলৈ পাৰে। ১৮৭৪ চনত অসমক এখন নতুন প্ৰদেশ হিচাপে গঠন কৰাৰ পাছত, শিক্ষা বিষয়টো তত্ত্বাৱধান কৰিবলৈ এটা সুকীয়া শিক্ষাধীকাৰৰ দপ্তৰ সৃষ্টি কৰা হ'ল আৰু তাৰ ফলত শিক্ষানুষ্ঠানৰ সংখ্যা সকলো পৰ্য্যায়তে বাঢ়িল আৰু ছাত্ৰ ভৰ্ত্তিৰ সংখ্যাও তদনুৰূপে বৃদ্ধি হ'ল।[12]

পশ্চিমীয়া শিক্ষা আৰু ভাৱধাৰাৰ লগতে খৃষ্টান ধৰ্মৰ প্ৰভাৱো নোহোৱা নহয়। অন্ধ বিশ্বাস, কৌটিকলীয়া ধাৰণা আৰু ৰীতি নীতিৰ ঠাইত মানুহৰ মনত লাহে লাহে অনুসন্ধিৎসা আৰু যুক্তি প্ৰৱণনতাই গা কৰি উঠিল। ধৰ্ম প্ৰচাৰকসকলে বিশ্বাস কৰিছিল যে মানৱ মনৰ পৰিৱৰ্ত্তন সাধন কৰিবৰ হলে তাত পোন পটীয়াকৈ আঘাত পৰিব লাগিব। আকাশৰ গ্ৰহ-নক্ষত্ৰৰ আয়তন জোখা অসম্ভৱ বুলি সেই সময়ৰ জনসাধাৰণৰ বিশ্বাস ওফৰাই দি বেপ্টিষ্টসকলে বুজাই দিছিল যে অলপমান জ্যামিতিৰ জ্ঞান আয়ত্ত কৰিব পাৰিলেই সেই জোখ সঠিক ভাবে নিৰ্ণয় কৰিব পাৰি। জনসাধাৰণক কোৱা হৈছিল—সূৰ্য্য আৰু চন্দ্ৰ গ্ৰহণ ৰাহুৱে গ্ৰাস কৰাৰ বাবে নহয়; চন্দ্ৰ আৰু পৃথিবী আহি মাজত পৰাৰ বাবেহে হয়।

11. *Letter issued to Government*, Vol. 30, Commissioner of Assam, 11 June 1867.
12. For Further study see Barpujari, "A Short-History of Higher Education in Assam", *Cotton College, Golden Jubilee Volume, 1951.*

জল বিন্দুৰ ওপৰত সূৰ্য্যৰ কিৰণ পৰাৰ বাবেহে ৰামধেনুৰ সৃষ্টি হয়, সাধাৰণ মানুহে বিশ্বাস কৰাৰ দৰে সি ইন্দ্ৰৰ ধেনুও নহয় আৰু সোণেৰে তৈয়াৰীও নহয়।[13] অৰুনোদইত ধাৰাবাহিক ভাবে প্ৰকাশিত হোৱা প্ৰবন্ধৰাজিৰ দ্বাৰা বেপ্টিষ্টসকলে পশ্চিমীয়া বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ জ্ঞান দিছিল। সেইবোৰত পৃথিৱী আৰু গ্ৰহ-নক্ষত্ৰৰ আকাৰ-প্ৰকাৰ আৰু আয়তন, সূৰ্য্যগ্ৰহণ আৰু চন্দ্ৰ গ্ৰহণ, অনুবীক্ষণ, চাপমান যন্ত্ৰ, তাপমান যন্ত্ৰ, ভাপ ইঞ্জিন, ভাপ নাও ইত্যাদিৰ বিষয়ে চিত্ৰাদিৰে বুজাই দিয়া হৈছিল।[14]

পুৰুষ আৰু স্ত্ৰী উভয়ৰে শিক্ষাৰ ওপৰত মিছনেৰীসকলে গুৰুত্ব দিছিল। তেতিয়ালৈকে স্ত্ৰী শিক্ষা বিপজ্জনক কথা বুলিহে জনসাধাৰণে ভাবিছিল। লিখিব পঢ়িব জনা ছোৱালীক কোনেও বিয়া কৰাবলৈ আগ নাবাঢ়িছিল। উচ্চ বংশৰ ছোৱালীক খৃষ্টান স্কুললৈ পঠাবলৈ অনিচ্ছাৰ কাৰণে মিছনেৰী মহিলাসকলে জাত যোৱা ছোৱালীকে আনি লেখা-পঢ়া শিকোৱাৰ ব্যৱস্থা কৰিব লগা হৈছিল! বজৰুৱা ছোৱালী ধৰি আনিও স্কুলত ভৰ্ত্তি কৰোৱাটো বিৰল নাছিল।[15] দৰাচলতে উচ্চ বংশৰ মহিলাসকল ঘৰৰ পৰা বাহিৰ নোলাইছিলেই আৰু ওলালেও এনেকৈ ওলাইছিল যাতে ঘৰুৱা মানুহৰ বাদে আনে তেওঁলোকক দেখা নাপায়। লাহে লাহে মিছনেৰী মহিলাসকলে উচ্চ বংশৰ তিৰোতা-

13. Barpujari, *op. cit.*, Report of the American Baptist Mission, 1845, pp. 181-2.
বেপ্টিষ্টসকলৰ অনুসৰণ কৰি পিছলৈ অসমীয়া লিখকসকলে জ্ঞানৰ পৰিধি বঢ়াবৰ কাৰণে একে ধৰণৰ প্ৰবন্ধ 'আসাম বন্ধু' আৰু 'মৌ'ত লেখিছিল।

14. পৃথিৱীৰ আকাৰ, আয়তন, পৰিমাণ—১৮৪৬ ফেব্ৰুৱাৰী, মেই, এপ্ৰিল; গ্ৰহ-নক্ষত্ৰ, চন্দ্ৰগ্ৰহণ-সূৰ্য্যগ্ৰহণ—ফেব্ৰুৱাৰী ১৮৪৬, ১৮৪৯, ১৮৫৩; দূৰবীন যন্ত্ৰ—জুন ১৮৪৭; চুম্বক, কম্পাচ—মাৰ্চ ১৮৪৮; বেৰোমিটাৰ—এপ্ৰিল ১৮৫৩ চনত প্ৰকাশ হৈছিল।

15. *Assam Mission : Papers and Discussion of the Jubilee Conference, Nowgong, 1886*, p. 187.



সকলক কলিকতাৰ নাৰী মিছনেৰী সমাজৰ দৰে জেনানা বা ভিতৰুৱা কোঠাত লেখা-পঢ়া শিকোৱাৰ আঁচনি লয়। এনে ধৰণৰ প্ৰচেষ্টাৰ উপৰিও স্ত্ৰী শিক্ষা সম্পৰ্কে উডছ্ ডেছপাচ্ত যথেষ্ট গুৰুত্ব দিয়া হয়। তথাপি বৰ্ত্তমান শতিকাৰ প্ৰথম কেইদশক মানলৈ অসমত স্ত্ৰীশিক্ষা শোচনীয় ভাবে লেহেম গতিৰে চলিছিল।

তিৰোতাসকলৰ অক্ষমতাবিলাকে ( disabilities ) আমেৰিকান মিছনেৰী সকলৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ নাছিল। ব্ৰন্সনে তেওঁৰ ধৰ্মীয় বক্তৃতাত কৈছিল[16]

> হিন্দু পৰিয়ালৰ ছোৱালীবিলাকে দৰা বাছনিৰ ক্ষেত্ৰত কোনো মাত মাতিব নোৱাৰিছিল।... তাইক বিয়া দি দিয়া হয় আৰু প্ৰায়েই ইচ্ছাৰ বিৰুদ্ধেও গিৰিয়েকৰ অন্তঃপুৰলৈ লৈ যোৱা হয়। গিৰিয়েকে তাইক মাল কঢ়িওৱা গাধ এটা কিনাৰ দৰে কিনি লৈ যায় আৰু পিছলৈ ব্যৱহাৰো কৰে তেনেদৰেই। পত্নী গৰাকী যদি উচ্চ বংশজাত হয় তেন্তে তাইৰ স্বামীৰ বান্দী এজনীতকৈ অকণমানহে ভাল ব্যৱহাৰ পায়। যদি ইতৰ জাতৰ ছোৱালী হয় তাই পত্নী হৈ চাকৰণীত পৰিণত হয়।

বৈধব্য জীৱনৰ বিষয়ে তেওঁ কৈছিল

> দ্বিতীয় বাৰ কেতিয়াবা বিয়া কৰাটো তেওঁলোকৰ শাস্ত্ৰৰ, বাধা। স্বামীৰ মৃত্যু হলে তেওঁলোকৰ আ-অলংকাৰ খহাই দিয়া হয়, মূৰ খুৰাই দিয়া হয়। যিটো পৰিয়ালত তেওঁলোকে বাস কৰে তাত সেই পৰিয়ালৰ চাকৰণীৰ দৰে দিন কটাব লগা হয়। কি যে নিৰানন্দময় এওঁলোকৰ জীৱন!

হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আদি সমাজ সংস্কাৰকসকলে বাল্য বিবাহ, বৈধব্য, বহুপত্নী প্ৰথা আদিৰ বিপক্ষে কৰা যুদ্ধৰ ওপৰত বহু পৰিমাণে মিছনেৰীসকলৰ প্ৰভাৱ পৰিছিল। সমাজ সংস্কাৰক-সকলৰ সহযোগত বেপ্টিষ্টসকলে অসমীয়া সমাজৰ আৰু দুটা বাঢ়ি অহা ব্যাধিৰ বিৰুদ্ধে যুজ দিব লগা হৈছিল-মদ আৰু কানিৰ প্ৰচলন।

16. Barpujari, *American Missonaries and North East India*; Bronson Family Papers, pp. 176-7.

আগৰ কালত কোনো কোনো বুৰা বিলাকৰ মুখতে শুনিচো বোলে মিৰি, অকা, ডফলা আৰু কছাৰি ডেওধাই··· যাব সাস্ত্র নাই আৰু একো বিদ্যা নাই, এনে ধৰম নজনা দাঁতি অলিয়া অগিয়ান বোৰে হেনো তাহানি কালতে ভাতৰ মদ কৰি খাই ; কিন্তু আমাৰ দেশৰ ভিতৰত এনে ব্যৱহাৰ কেতিয়াও নাই কিচিল, এতিয়া সুনিচোঁ ভাল মদ অনেক মানুহে খাই ; আৰু খাবলৈ সিকা মানুহ নিতৌ নিতৌ বাঢ়িহে গৈচে।[17]

দুয়োটাৰ ভিতৰত তেওঁলোকৰমতে কানি মাৰাত্মক ; ই মানুহৰ শক্তি আৰু ক্ষমতা দুয়োটা দুৰ্বল কৰে। ইয়াৰ ৰাগীত পৰি মানুহ কলমতিয়াই থকা এটা পশুত পৰিণত হয়গৈ। চৰকাৰৰ কানি-নীতিৰ গৰিহনা দি বেপ্টিষ্টসকলে ঔষধ হিচাপে ব্যৱহাৰ কৰাত বাদে আন কাৰণত কানি বিক্ৰী বন্ধ কৰি দিবলৈ চীফ-কমিচনাৰক সজোৰে দাবী জনাইছিল।[18] সমাজৰ ব্যভিচাৰ, অন্ধবিশ্বাস, কুসংস্কাৰ দূৰ কৰাৰ উদ্দেশ্যে সিবিলাকে "অৰুনোদয়ত" প্ৰায়ে প্ৰবন্ধ পাতি লিখিছিল। কলেৰা-হাইজা হলে অসমীয়া মানুহে কেনেকৈ বুঢ়া ডাঙৰীয়া মাতে আৰু ভূত-প্ৰেতৰ পূজা কৰে তাৰ বৰ্ণনা কৰিছে—"কোনোএ মাউৰৰ সময়ত কলাৰ ভুঁৰ সাজি চাকি লগাই চাউল, মাহ গুৰ, ঘিঁউ আদি কৰি ভুঁৰৰ ওপৰত তুলি দি নদিৰে উতাই পঠিয়াই।····পাচে এই সকলো বস্তু কাউৰে আৰু চোৰে খাই।"[19] এই বিলাকৰ পৰিবৰ্তে সিবিলাকে আধুনিক চিকিৎসা প্ৰচলনৰ প্ৰচেষ্টা চলাইছিল।

অসমীয়া জাতিয়ে খৃষ্টান ধৰ্মলৈ সেইদৰে আকৃষ্ট নহ'ল। তথাপিতো বেপ্টিষ্ট সকলে অনাহূত ভাবেই অসমীয়া ভাষা সাহিত্যলৈ যথেষ্ট বৰঙণি দি গ'ল। তাতোকৈ সিবিলাকে স্কুল আৰু আদালতত বঙলা ভাষাৰ ঠাইত অসমীয়া সুপ্ৰতিষ্ঠিত কৰি আৰু আনফালে শিৱসাগৰৰ বেপ্টিষ্ট মিছন প্ৰেছত নিজে লিখা পুথি আৰু প্ৰবন্ধ প্ৰকাশ

17. অৰুনোদই, জুন ১৮৪৬।

18. Barpujari, *op. cit*, p. 180 ; Downs, F. S., *Christianity in North East India*, pp. 203-4.

19. অৰুনোদই, মেই ১৮৪৭, নবেম্বৰ ১৮৫৩।



কৰি পাশ্চাত্য দ্বাৰ মুকলি কৰি অসমৰ নৱজাগৰণৰ পথ প্ৰশস্ত কৰিলে। কলিকতাৰ "অসমীয়া ভাষা উন্নয়ন সাধিনী সভা"ৰ কাৰ্য্য-কলাপতো পৰোক্ষভাবে হলেও তেওঁলোকে প্ৰেৰণা দি গ'ল, আৰু এই সভাই অসমীয়া সাহিত্যৰ জোনাকী যুগৰ প্ৰৱৰ্ত্তন কৰি প্ৰকৃততে নৱজাগৰণৰ পাতনি মেলিছিল। যি সময়ত অসমীয়া পাঠ্যপুথিৰ অভাৱত ছাত্ৰৰ শিক্ষাত বাধা জন্মিছিল, সেইকালতে তেওঁলোকে পাঠ্যপুথি প্ৰস্তুত আৰু প্ৰকাশ কৰি অসমীয়া ছাত্ৰৰ শিক্ষাত পৰম উপকাৰ কৰিছিল। পিছলৈ সিবিলাকৰ পাঠ্য পুথিৰ সংখ্যা কমি আহিল—কাৰণ হ'ল চৰকাৰী শিক্ষানীতিৰ আমুল পৰিবৰ্ত্তন। তেতিয়াৰে পৰা ধৰ্ম নিৰপেক্ষ শিক্ষা আৰু ধৰ্মীয়ভাৱ মুক্ত পাঠ্যপুথিত গুৰুত্ব দিয়া হ'ল। পাঠ্যপুথিৰ উপৰিও বেপ্টিষ্টসকলে শিশু-সাহিত্য আৰু অসংখ্য ধৰ্মপুথি আৰু স্তুতি-গীত প্ৰকাশ কৰি বিনামূলীয়াকৈ বিলাই দিছিল।[20] কেৰীয়ে অনুবাদ কৰা বাইবেলখন দোষ পাই নাথান ব্ৰাউনে নিজে New Testamentৰ অনুবাদ আৰম্ভ কৰে আৰু ১৮৪৭-৪৮ চনত সেইখন সম্পূৰ্ণ কৰা হ'ল। তেওঁৰ Grammatical Notices of Assamese Language (১৮৪৮) আৰু ব্ৰন্সনৰ Assamese-English Dictionary (১৮৬৭) এই দুখনে অসমীয়া ভাষাৰ দৃঢ় ভেটি প্ৰতিষ্ঠা কৰিলে। অৰুনোদয়ৰ নিয়মীয়া লেখক নিধি লিবাইয়ে (Nidhilevi) ভাৰতীয় দণ্ডবিধি আইন অনুবাদ কৰিলে আৰু তেওঁৰ ধৰ্মীয় সাহিত্যিক কবিতাৰাজীৰ মাজেদি অসমীয়া কবিতাৰ এটা নতুন সুৰ আনি দিলে। এ,কে গাৰ্নিয়ে (A.K. Gurney) Old Testament খন সম্পূৰ্ণ কৰিলে। এই বিলাকৰ উপৰিও তেওঁ "কামিনী কান্ত"কে ধৰি কেইবাখনো গ্ৰন্থ প্ৰণয়ন কৰি অসমীয়া উপন্যাস সাহিত্যৰ পাতনি মেলিলে বুলি ধৰিব পাৰি।

অতীতৰ আবিষ্কাৰ (Discovery of the Past) ভাৰতীয় নৱ-জাগৰণৰ এটা বৈশিষ্ট্য। আহোম আৰু অসমীয়া পুৰণি পুথি আৰু

20. Barpujari, *op. cit* pp 151 ff.

বুৰঞ্জী সংগ্ৰহ, সংৰক্ষণ আৰু প্ৰকাশনত বেপ্টিষ্টসকল আছিল পথ প্ৰদৰ্শক।[21] অৰুনোদইত আহোম, কছাৰী, জয়ন্তীয়া, কোচৰজা আৰু মোগল সম্ৰাটসকলৰ মুদ্ৰাৰ তদ্ৰুপ ( Facsimile ) চিত্ৰসমূহ প্ৰকাশ কৰি তেওঁলোকে মুদ্ৰা অধ্যয়নৰ ( Numismatics ) পাতনি মেলিছিল। সেই আলোচনীখনৰ বহুতো সংখ্যাত গাৰো, মিচিমি, আবৰ, চিংফৌ আদি ওচৰ-চুবুৰীয়া জনজাতিইঁতৰ বিৱৰণ প্ৰকাশ কৰিছিল। তাৰে কিছুমান আছিল পূৰ্বৰ লিখনি আৰু কিছুমান তেওঁলোকে নিজেই লিখি প্ৰকাশ কৰা। প্ৰথম অসমীয়া বাতৰি কাকত 'অৰুনোদই সম্বাদ পত্ৰ" পাছলৈ "অৰুনোদই" তেওঁলোকেই ১৮৪৬ চনৰ জানুৱাৰী মাহত প্ৰকাশ কৰি অসমীয়া সাংবাদিকতাৰ বাটকটীয়া হয়। ই বেপ্টিষ্টসকলৰ যুগমীয়া কীৰ্তি। ইয়াৰ যোগেদি 'যাত্ৰীকৰ যাত্ৰা' ( Pilgrim's Progress ) শাস্ত্ৰীয় বৰ্ণনা (Scriptures Narratives ), শ্বহীদৰ জীৱনী, পেৰেবল অব্ চাৱাৰ (Parable of Sower ) প্ৰভৃতি বাণী থলুৱা বিধৰ্মী সকলৰ হাতত পৰিছিল! মূল উদ্দেশ্য যীশুৰ বাণী প্ৰচাৰ কৰা হলেও নৈষ্ঠিক অসমীয়া সমাজৰো অৰুনোদয়ে সমাদৰ লাভ কৰিছিল[22]; কিয়নো দেশ-বিদেশৰ বাতৰি আৰু নতুন নতুন তথ্যৰ উপৰিও চিত্ৰাদিৰে সাধাৰণ জ্ঞানৰ বিষয়সমূহ এই কাকতত প্ৰকাশ হৈছিল। পাশ্চাত্য ভাৱধাৰা আৰু শিক্ষাৰ প্ৰসাৰৰ দ্বাৰা ই উঠি অহা ডেকাচামক অনুপ্ৰাণিত কৰি এক বৌদ্ধিক জাগৰণৰ বাবে তেওঁলোকক প্ৰস্তুত কৰি তুলিছিল।

---

21. For details see Gillespie, G., "Missionaries and Manuscripts", *Indian Church Review*, December 1979.
22. গতিকে শিক্ষাৰ অগ্ৰগতিৰ লগে লগে ইয়াৰ চাহিদা বাঢ়ি গৈছিল, ভাত আচৰিত হবলগীয়া একো নাই। শ্ৰীমতী এচ্ আৰ ওৱাৰ্ডে ( Mrs S. R. Ward ) ১৮৬৭ চনত লেখিছিল ঃ "Whatever prejudice some may have against its religious character, still they have no substitute for it, for they have the utmost confidence in its statement being reliable." *Fifty-fifth Annual Report, Assam Mission, Baptist Missionary Magazine*, July 1868, pp. 261-2.



অসমীয়া খৃষ্টান সাহিত্যৰ সমালোচক সকলৰ মতে এনেধৰণৰ সৰহভাগ লিখনি আছিল ইংৰাজীৰ অনুবাদ—গতিকে এই বিলাকৰ মৌলিকতাৰ অভাৱ আৰু শব্দৰ ভুল প্ৰয়োগৰ বাবে হাঁহিয়াতৰ পাত্ৰ হৈছিল .[23] অৰুনোদইত চকু ফুৰালে দেখা যায় যে য'তপৰো-নাস্তি চেষ্টা স্বত্তেও লিখকসকলে অসমীয়া ভাষাৰ মহিমা বুজা নাছিল। কোনো কোনো ক্ষেত্ৰত বিজতৰীয়া প্ৰভাৱ স্পষ্টহৈ পৰিছিল। এইটোও স্বীকাৰ কৰিব লাগিব যে ইংৰাজী শব্দৰ আলমত তেওঁলোকে বহুতো অসমীয়া শব্দ গঢ়ি তুলিছিল; আকৌ মামৰে ধৰা অসমীয়াৰ শব্দ ঘঁহি মাঁজি আৰু থলুৱা শব্দ প্ৰয়োগ কৰি অসমীয়া ভাষাক চহকী কৰিছিল। প্ৰকাশভংগী আৰু বিষয়বস্তু উভয় ক্ষেত্ৰতে তেওঁলোকে নৱজাগৰণৰ পথ মুকলি কৰিছিল। আধ্যাত্মিক আৰু আলৌকিক ( Supernatural ) তত্ত্বৰ ওপৰত গুৰুত্ব দিয়া মধ্যযুগীয়া দৃষ্টিকোণৰ পৰিবৰ্ত্তে তেওঁলোকৰ লিখনিত ধৰ্ম নিৰপেক্ষ আৰু যুক্তিবাদী চিন্তা ধাৰাই ঠাই ললে। হেম গোস্বামীদেৱৰ ভাষাত কবলৈ গলে—"তেওঁলোকে আমাৰ ভাষাক এটা নতুন সুৰ দি গ'ল।—এই সুৰৰ তাঁৰ ডালিয়ে ভাৰতবৰ্ষীয় সভ্যতা (আৰ্যামী) আৰু পাশ্চাত্য সভ্যতাৰ (চাহাবানি) দুয়োৰে মাজত লগুণ-গাঁঠি দিয়াৰ লগে লগে লিৰিক, ছনেট, জীৱনী, উপন্যাস, চুটি গল্প, আদি পশ্চিমীয়া সাহিত্যৰ বিভিন্নধাৰা আহি অসমক সাহিত্যৰ অংগিভুত হৈ পৰিল।"[24] মুঠতে বেপ্টিষ্ট সকলৰ বিশেষকৈ ব্ৰাউন-ব্ৰন্সনৰ আত্মোৎস্বৰ্গ আৰু অক্লান্ত পৰিশ্ৰমৰ কাৰণেই অসমীয়া ভাষা সাহিত্য সুপ্ৰতিষ্ঠিত হৈ আধুনিকতাৰ ফালে অগ্ৰসৰ হ'ল আৰু সিবিলাকৰ প্ৰেৰণাতে উঠি অহা বুদ্ধিজীৱিসকল সচেতন হৈ অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি সঞ্জীৱিত কৰি শতিকাৰ শেষৰফালে অসমতো নৱজাগৰণৰ সূচনা কৰে।

---

23. Barua, B K., *Modern Assamese Literature*, p. 5.
24. গোস্বামী, অ, ভা, উ, সা, ২য় অধিবেশন, ১৮৯০।

দ্বিতীয় অধ্যায়

# প্ৰগতিৰ পথত ঃ ইংৰাজ বিষয়াসকল

অসমীয়া জাতিৰ নৱজাগৰণত ইংৰাজ বিষয়া সকলৰো বৰঙণি কম গুৰুত্বপূৰ্ণ নাছিল। অসমৰ কমিছনাৰ হেনৰী হপকিন্সচন (Henry Hopkinsons ) ফ্ৰান্সিচ্ জেকিন্স্ (Francis Jenkins), আৰু সাময়িকভাবে থকা বিষয়া কিছুমানে বঙলা ভাষাৰ সপক্ষে আছিল। কিন্তু কাৰ্যাক্ষেত্ৰত অভিজ্ঞতা থকা ডেপুটি কমিছনাৰসকলে অসমীয়া ভাষা প্ৰবৰ্ত্তনৰ বাবে সবল যুক্তি প্ৰদৰ্শন কৰিছিল। কামৰূপৰ উপাযুক্ত মেজৰ টি, লেম্বএ ( T. Lamb ) কৈছিল[1] ঃ

> আদালতৰ ভাষা বুলি যিটো কোৱা হয়, সেইটো বঙলা হোৱাৰ কাৰণে মানুহে তেওঁলোকৰ নিজৰ বাবে আৰু পাছলৈ ল'ৰা-ছোৱালীৰ বাবে বঙলাইহে বেছি লাগতিয়াল হব বুলি তাকেহে শিকিবলৈ ইচ্ছা কৰে। অসমীয়ালৈ বৰকৈ মন নিদিয়ে। তথাপি, হাট-বজাৰ আদি সকলো ক্ষেত্ৰতে অসমীয়াতেহে কথা-বতৰা হয়, কাৰণ আন একো ভাষা তেওঁ-লোকে বুজিবও নোৱাৰে, কবও নাজানে।

মঙ্গলদৈৰ এচিষ্টেণ্ট্ কমিছনাৰ কেপ্তেইন এম্. চি, বইদৰ ( M. C. Boyd ) মতে আদালতৰ ভাষা জনসাধাৰণে বুজি পোৱা ভাষা হোৱা উচিত, আৰু যিহেতু কেৱল অসমীয়াইহে এই চৰ্ত পূৰণ কৰে। বৰ্ত্তমানৰ বঙলাৰ ঠাইত অসমীয়াইহে লোৱা উচিত হব।[2] লক্ষীমপুৰৰ এছিষ্টেণ্ট কমিছনাৰ এ, এন, ফিলিপ্ছ ( A. N. Phillips ) জনসাধাৰণৰ ভাষা ৰীতি-নীতিৰ বিষয়ে সম্যকভাৱে অৱগত আছিল।

1. *Assam Commissioner's Office File No.* 471 : Lamb Major T., 28 June 1872.
2. *Ibid*, Boyd, Captain, M. C., 5 June 1872.



অসমীয়াৰ তেওঁ আছিল এজন দৃঢ় সমৰ্থক। তেওঁ যুক্তি দাঙি ধৰিছিল ঃ

> যেতিয়ালৈকে অসমীয়া ভাষাত কোনো কিতাপ নাছিল, অভিধান নাছিল, তেতিয়ালৈকে অৱশ্যে বঙলা ভাষাৰ প্ৰয়োজন আছিল। কিন্তু এতিয়া দুয়োটাই হ'ল, মোৰ বোধেৰে বিদেশী ভাষা এটাক নিজৰ মাতৃভাষাটো ওঃফাৰাই পেলাবলৈ দিয়াটো সম্পূৰ্ণ ভুল নীতি। মোৰ এতিয়া দৃঢ় বিশ্বাস নিজৰ মাতৃভাষাৰ যোগেদি দিয়া শিক্ষা যেনেকৈ জনসাধাৰণে গ্ৰহণ কৰিব বুলি আশা কৰিব পাৰি তাতকৈ বঙলা ভাষাৰ যোগেদি দিয়া শিক্ষা তেওঁলোকে গ্ৰহণ কৰিব বুলি কেতিয়াও আশা কৰিব নোৱাৰি··· মোৰ বিশ্বাস স্কুলত বঙলা ভাষা চলাই জনসাধাৰণৰ উন্নতিসাধন কৰাতকৈ ইয়াৰ পথত অন্তৰায় সৃষ্টি কৰাহে হ'ব। সি হ'ব জনসাধাৰণৰ হিতৰ বিপৰীত।[3]

কমিছনাৰ জেকিন্স চাহাবে যে আদালতত আৰু স্কুলত বঙলা ভাষাকে ৰাখিব খুজিছিল তাৰ কাৰণ একেবাৰে নোহোৱা নহয় ( পৰিশিষ্ট ঘ চাওক )। সেই কালৰ অসমবাসীৰ মানত তেওঁ আছিল এই জাতিৰ পৰম হিতৈষী পুৰুষ। প্ৰকৃততে তেওঁ আধুনিক অসমৰ স্ৰষ্টাই আছিল। কাৰ্য্যভাৰ গ্ৰহণ কৰিয়েই চৰকাৰী কাৰ্য্যালয় প্ৰায় বিলাকতে অনা-অসমীয়া কৰ্মচাৰী দেখি তেওঁ বিচুৰ্ত্তি হৈছিল। "সম্ভ্ৰান্ত পৰিয়াল সমূহৰ প্ৰভাৱ ক্ৰমে লোপ পাই আহিছে ক্ষমতা আৰু প্ৰভাৱশালী স্থানৰ পৰা সিবিলাকক ঠেলি হেচি আঁতৰাই দিয়া হৈছে।"[4] থলুৱা হঁতৰ ওপৰত বিশ্বাস স্থাপন কৰিবই লাগিব, এইটো তেওঁ ভালদৰে উপলব্ধি কৰিছিল। সিবিলাকক বিশ্বাস ভাজন আৰু দায়িত্বপূৰ্ণ বিষয় বাব দিবৰ উদ্দেশ্যে চৰকাৰে প্ৰশিক্ষণৰ ব্যৱস্থা লব লাগিব। গুৱাহাটী আৰু শিৱসাগৰত ইংৰাজী স্কুল খুলি তেওঁ এই সম্পৰ্কে প্ৰথম পদক্ষেপ ল'লে। চৰকাৰী খণ্ডত চাহ বাগিছা খুলি চাহ ব্যৱসায়ৰ উদগনি দি, ব্ৰহ্মপুত্ৰইদি ভাপনাওঁ প্ৰচলন কৰি, কেউপিনে যাতায়তৰ পথ নিৰ্ম্মাণ আৰু সংৰক্ষণ কৰি উদ্যোগ আৰু বেহা-বেপাৰ সুচল কৰাৰ উপৰিও

3. *Ibid*, Phillips, A. N., 21 May 1872.
4. Barpujari, *Assam : In the Days of the Company* ( 1980 ), pp. 308-9

অসমীয়া জাতিক বহিঃজগতৰ ওচৰ চপাই দিয়াৰ বাবে জেকিন্স চাহাবৰ নাম অসমত চিৰস্মৰণীয় হৈ থাকিব।

যোৱা শতাব্দীৰ পঞ্চাশ দশকত যেতিয়া ইংৰাজী শিক্ষাৰ অনুকূলে এটা জোৱাঁৰ উঠিছিল চি, এফ, এফ, ভিনচেন্ট্‌ৰ দৰে ( C.F.F. Vincent ) জিলা পৰ্য্যায়ৰ বিষয়া সকলে অসমত এখন কলেজ স্থাপন কৰি তাৰ যোগেদি কলা, বিজ্ঞান, ঔষধনিদান আৰু কাৰিকৰি বিদ্যাৰ ব্যৱস্থা কৰিব লাগে বুলি কৰ্তৃপক্ষক টানি ধৰিছিল।[5] স্কুল সমূহত বঙলা চলাই থাকিব লাগে বুলি উইলিয়াম ৰবিনছনে খুটি এৰা নাছিল যদিও ১৮৬২ চনৰ ৪ অক্টোবৰ তাৰিখে বংগ চৰকাৰক দিয়া এখন আবেদন পত্ৰত অসমীয়া ছাত্ৰই কলিকতাত গৈ উচ্চশিক্ষা লোৱা যে কিমান আহুকালৰ কথা তাক বুজাই দিছিল, আৰু অসমত এখন প্ৰাদেশিক কলেজ স্থাপন কৰিব লাগে বুলি টানি লিখিছিল।[6] ১৮৬৪ চনৰ অক্টোবৰত তেওঁ অৱসৰ পালে আৰু তেওঁৰ ঠাইত মিষ্টাৰ মুৰে ( Mr. Murray ) স্কুল সমূহৰ পৰিদৰ্শক হ'ল। তেওঁ ৰবিন্‌ছনৰ প্ৰস্তাৱটোকে দোহাৰি যুক্তি উত্থাপন কৰিলে যে অসমত এখন কলেজ স্থাপন হলে উচ্চ শিক্ষাৰ বাবে উদগনি দিয়াৰ বাহিৰেও বংগদেশৰ পৰা অতি সাধাৰণ শিক্ষক একোজনকো উৰ্দ্ধহাৰত বেতন দি আমদানি কৰাৰ পৰা ৰক্ষা পৰা হব। এই প্ৰস্তাৱৰ যুক্তি ইমান দৃঢ়ভাবে প্ৰতিপন্ন হল যে, ভাৰত চৰকাৰে তৎক্ষণাত তাত সম্মতি দিলে আৰু তাক প্ৰথম পদক্ষেপ হিচাপে ১৮৮৫ চনৰ জুন মাহত গুৱাহাটীৰ স্কুলখন তেওঁলোকে কলেজ পৰ্য্যায়লৈ উন্নীত কৰিলে।[7] এই ব্যৱস্থা বেছিদিন নিটিকিল। শতিকাৰ শেষ ভাগত উচ্চ শিক্ষাৰ কেন্দ্ৰস্থল হিচাপে গুৱাহাটীত এখন কলেজৰ ভেঁটি স্থাপন কৰি অসমৰ

5. *As. Letter received from District officers,* 1855, Vol. 44(5) Vincent to Robinson, 30 August.

6. As. File No. 507, 1862; Robinson to Commissioner, 4 October.

7. *Centenary Report, Collegiate School Gauhati, 1835,* pp.21-2.



চীফ্ কমিছনাৰ চাৰ হেন্‌ৰী ষ্টীডমেন কটনে ( Sir Henry Steadman Cotton ) এক যুগমীয়া কীৰ্ত্তি অৰ্জন কৰি গ'ল আৰু অসমীয়া ৰাইজেও তেওঁৰ এই মহৎ কাৰ্য্যৰ স্বীকৃতি দি কলেজখন তেওঁৰ নামেৰেই নামাকৰণ কৰিলে—'কটন কলেজ, গুৱাহাটী'।* প্ৰথমতে চাৰ হেন্‌ৰীয়ে স্থানীয় কলেজ এখনতকৈ অসমীয়া লৰাৰ বাবে উপযুক্ত তত্ত্বাৱধানেৰে কলিকতাত এটা ছাত্ৰাবাস স্থাপন কৰাৰ পক্ষেহে আছিল। সেই কালত অসমত আছুতীয়াকৈ থাকিব খোজাৰ যি এটা মনোভাব চলি আছিল তাক নিৰুৎসাহ কৰাৰ মানসেই তেওঁ এই প্ৰস্তাৱ দিছিল। তেওঁ ভাবিছিল অসমীয়া ছাত্ৰই বংগদেশৰ তেওঁলোকৰ সতীৰ্থসকলৰ লগত মিলিজুলি থাকিলেহে তেওঁলোকৰ ঠেক মনোভাৱ সলনি হব। তেওঁ কৈছিল ঃ "ওৱে'লছৰ মানুহে যেনেকৈ ইংলণ্ডৰ ওপৰত নিৰ্ভৰ নকৰিলে নোৱাৰে তেনেকৈ অসমীয়ায়ো কলিকতাৰ ওপৰত নিৰ্ভৰ নকৰি নোৱাৰে।" তেওঁ আৰু কৈছিল যে "জাতীয় মনোভাবৰ লগত এনেকুৱা মিলাপ্ৰীতিৰে কোনো বিসংগতি নাই।" কিন্তু সেইবুলি এই দূৰদৃষ্টি সম্পন্ন উদাৰমনা ইংৰাজ পুৰুষজনে অসমীয়াৰ অন্তৰৰ অভিলাষ মষিমূৰ কৰিব খোজা নাছিল। যেতিয়া ৰাইজে কলিকতাত ছাত্ৰাবাস স্থাপন কৰাতকৈ অসমত কলেজহে হব লাগে বুলি এক মুখে দাবী তুলিলে তেওঁ ৰাইজৰ মততে হৰিভৰ দিলে।[8] এনেতে ১৮৯৭ চনৰ ভুঁইকপে অসমৰ অৰ্থনৈতিক অৱস্থা জুৰুলা কৰিলে। তথাপিতো তেওঁ ১৯০১ চনৰ জুন মাহতে কলেজৰ ভেঁটি স্থাপন কৰিলে আৰু এই কলেজেই শীঘ্ৰে অসমৰ পৰ্বত ভৈয়ামৰ

* এনে ধৰণৰ ঐতিহ্যপূৰ্ণ অনুষ্ঠানত স্বাধীনতা যুগৰ পৰবৰ্ত্তী কালছোৱাত, বিশেষকৈ আজি কিছুদিনৰ পৰা, নামাকৰণ পৰিবৰ্ত্তন হবলৈ ধৰিছে। কটন কলেজৰ দৰে অনুষ্ঠানৰ বাবে নতুন নামাকৰণ নহয়—এয়ে আমাৰ কামনা—লিখক

8. *AS. Home-A, 1899,* July Nos. 123-4, see Note by Chief Commissioner, p. 3.

ডেকাসকলৰ মহৎ শিক্ষানুষ্ঠান আৰু উমৈহতীয়া মিলন ক্ষেত্ৰ হ'লগৈ।[9]

কটন কলেজ প্ৰতিষ্ঠা কৰি উচ্চ শিক্ষা প্ৰসাৰৰ উপৰি মহামতি কটন চাহাবে অসমৰ সৰ্বাঙ্গীন উন্নতিৰ কাৰণে চিন্তা কৰিছিল। সেই সময়তে লৰ্ড কাৰ্জন অসমলৈ অহাত ভাইচৰয়ৰ পৰা তেওঁ অসমৰ হকে বহুতো আশা কৰিছিল। তেওঁৰ আশা পূৰণ নহ'ল। কাৰ্জনৰ সমীধানত তেওঁ আক্ষেপ কৰি নিজ সোঁৱৰণীত লেখিছে ঃ

> অসমক ভাৰতৰ এলাগী ( Cinderella ) বুলি কোৱা হৈছিল। মোৰ বেজাৰ হয় এই প্ৰদেশখনে এতিয়াও একে অৱস্থাতেই আছে। দুখুনী ছোৱালী এজনীয়ে লেতেৰা কাপোৰ পিন্ধি উপকাৰৰ কোঁৱৰলৈ বাট চাই আছে। সেই ৰূপকোঁৱৰ জানিবা লৰ্ড কাৰ্জনৰ গাতে ওলাওক বুলি মই আশা কৰিছিলো। মোৰ আশা পূৰণ নহ'ল।[10]

দুজন ইংৰাজলোকৰ উদাৰতা আৰু বদান্যতাৰ বাবেই অসমত চিকিৎসা বিজ্ঞান আৰু কাৰিকৰী শিক্ষাৰ আৰম্ভণি হ'ল। ব্ৰিগেদিয়াৰ ছাৰ্জন বেৰী হোৱাইটে ( Brigadier Surgeon Berry White ) আগবঢ়োৱা দানেৰে ডিব্ৰুগড়ত ১৯০০ চনত এখন চিকিৎসা বিদ্যালয় স্থাপন কৰা হ'ল। ১৯০১-২ চনত এই স্কুলৰ ছাত্ৰ সংখ্যা আছিল সত্তৰ। উজনি অসমৰ এজন প্ৰখ্যাত চাহ-ব্যৱসায়ী উইলিয়ামছনে ( Willamson ) "উইলিয়ামছন্ ট্ৰাষ্ট ফাণ্ডৰ" কিছু ধন এৰি গৈছিল আৰু তাৰ পৰাই খৰচ কৰি এখন কাৰিকৰী বিদ্যালয়ো খোলা হৈছিল। সেই বিদ্যালয়ত চাহ্-অভাৰচিয়াৰ মহলালৈকে শিক্ষা দান কৰা হৈছিল। কিন্তু এখন প্ৰাদেশিক বিদ্যালয়ৰ পৰা যিমান চাহ্-অভাৰচিয়াৰ প্ৰতি

9. ইয়াৰ বাবে আন্তৰ্জাতিক খ্যাতিসম্পন্ন এ, ই, ব্ৰাউন ( A. E. Brown ), ডি, ই, ৰবাৰ্টচ্ ( D. E. Roberts ) আৰ, চি, গফিন্ ( R. C. Goffin ) আৰ, আৰ, টমাচ্ (R. R. Thomas), লক্ষীনাৰায়ণ চাটাৰ্জী, প্ৰফুল্ল চন্দ্ৰ ৰায়, চুনীলাল দে, পদ্মনাথ ভট্টাচাৰ্য্য এই জ্যোতিষ্ক মণ্ডলীৰ অৱদানো কম নহয়। সিবিলাকৰ প্ৰভাৱতে কটন কলেজে একালত পূৰ্বভাৰতৰ সৰ্বশ্ৰেষ্ঠ উচ্চ শিক্ষানুষ্ঠান হিচাপে পৰিগণিত হৈছিল।

10. শৰ্মা, শশী ( সম্পাদিত ), চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভাত উল্লিখিত ; ৬৪-৫ পৃঃ।



বছৰে ওলাব সিমানখিনি আৱশ্যক নাই বুলি সেই বিদ্যালয়খন বন্ধ কৰি দিয়া হয় আৰু তাৰ সলনি সেই ধনেৰে প্ৰদেশৰ বাহিৰৰ আভিযান্ত্ৰিক মহাবিদ্যালয়ত অসমৰ থলুৱা লোকক বৃত্তি দিয়াৰ ব্যৱস্থা কৰা হ'ল। ধনখিনিৰ উচিত ব্যৱহাৰ নোহোৱা বুলি ন্যাস পুঁজি কাৰ্য্যবাহী বিষয়া ( Executor ) গোলাঘাটৰ এ, ওৱালেছে ( A. Wallace ) আক্ষেপ কৰি কৈছিল[11]

> ১৮৬৫ চনত মিঃ উইলিয়ামছনৰ মৃত্যু হৈছিল আৰু তলতীয়া কৰ্মচাৰী আৰু লগুৱাইতলৈ এৰি যোৱা ধনৰ বাহিৰেও উত্তৰাধিকাৰীসকললৈ ১০ হেজাৰ পাউণ্ড থৈ গৈছিল। মই কাৰ্য্যবাহী বিষয়া হিচাপে সেই ধন চৰকাৰৰ হাতত অৰ্পণ কৰিছোঁ। তেওঁলোকে সেই ধন শিক্ষাৰ বাবে খৰচ কৰিব—এখন ব্যৱসায় আৰু কলা বিভাগৰ স্কুল খুলিব আৰু ইংৰাজী আৰু দেশীয় ভাষাৰ সৰু সৰু পুথিভঁৰাল খুলি থলুৱা লোকৰ মাজত আৱশ্যকীয় জ্ঞান বিস্তাৰৰ ব্যৱস্থা কৰিব। সেই ধন প্ৰথমে ব্যয় কৰাৰ কথা আছিল শিৱসাগৰ জিলাৰ যোৰহাট আৰু গোলাঘাটত একোখনকৈ স্কুল স্থাপন কৰাত। ধনখিনি মই দিলো ; কিন্তু এতিয়া তাত ইস্কুল চিস্কুল একো নাই। ইস্কুল ঘৰকেইটা বেলেগ কামত ব্যৱহাৰ হৈ আছে।

পাছত জানিবা সেই পুঁজিৰে যোৰহাটত এখন কাৰিকৰী স্কুল ( টেক-নিকেল স্কুল ) স্থাপন কৰা হয়। ১৬ ফেব্ৰুৱাৰী, ১৯২৮ তাৰিখে অসমৰ ৰাজ্যপাল চাৰ লৰী হেমণ্ডে স্কুলখন উদ্বোধন কৰিছিল।

বুৰঞ্জীমূলক তথ্যৰ সংগ্ৰহ আৰু সংৰক্ষণৰ যি আঁচনি নাথান্ ব্ৰাউনে আৰম্ভ কৰিছিল, সেই অনুসাৰে পাছলৈ পণ্ডিত-প্ৰশাসক সকলেও সেই কাম চলাই গৈছিল। মেজৰ জেন্‌কিন্সে তেওঁৰ কঠোৰ প্ৰশাসনীয় ব্যস্ততাৰ মাজতো আজৰি উলিয়াই Asiatic Society of Bengal আলোচনীত কামৰূপৰ ৰজা বৰ্মণদেৱৰ তামৰ ফলিৰ সঠিক পাঠ প্ৰকাশ কৰিছিল। তেওঁ আৰু এখন তামৰ ফলি আৱিস্কাৰ

11. *An Account of Assam,* (1901), pp. 161-2 ; Barooah, Upendra Nath, *A Glimpse of Assam, past and present* ( 1928 ) pp 148-9.

কৰিছিল, সেইখনৰ কথা তেওঁ ১৮৫৩ চনত দাখিল কৰা লাখেৰাজ অনুসন্ধানৰ (Lakhiraj Enquiries) প্ৰতিবেদনত প্ৰকাশ পাইছে।[12] আকৌ তেওঁৰ নিৰ্দেশতে ৰবিনছনে Descriptive Account of Assam লিখিছিল আৰু সেইখনেই আছিল আধুনিক ধৰণৰ বুৰঞ্জীৰ প্ৰথম পুথি[13]। তাৰ উপৰি তেওঁ নিজেও সংকলন কৰি উলিয়াইছিল Selection of papers Regarding the Hill Tracts between Assam and Upper Brahmaputra (অসম, ব্ৰহ্মদেশ আৰু উজনি ব্ৰহ্মপুত্ৰৰ মাজৰ পাৰ্বত্য অঞ্চলসমূহৰ নথি-পত্ৰৰ বাচনি)। উত্তৰ-পূব ভাৰতৰ বিষয়ে অধ্যয়নৰ বাবে এই পুথি অপৰিহাৰ্য্য। সি যি নহওক অতীত আৱিস্কাৰৰ কাৰ্য্য সম্যকৰূপে আৰম্ভ হ'ল ১৮৭৪ চনত অসম প্ৰদেশ পুনৰ্গঠনৰ সময়ৰ পৰা; ১৮৯৪ চনত অসমৰ চীফ্ কমিছনাৰ উইলিয়াম্ ওৱাৰ্ড চাহাবে (Sir William Ward) আৰম্ভ কৰিছিল যদিও ইয়াৰ বাস্তৱ ৰূপ দান কৰিছিল পিছৰ চীফ্ কমিছনাৰ চাৰ এলফ্ৰেড লায়ালে (Sir Alfred Lyall); তেওঁৰ উদ্দেশ্য আছিল

---

12. তেওঁ কৈছিল : "Many of the religious institutions of Assam, and of Kamrup specially, go back to a great antiquity; two *phullees* have been found in existence, sanctioning grants of lands by two Rajas of Kamarupa, Dharmapal and Vanamala, of whom we know nothing, but late Mr Torrens was disposed to think they reigned about A. D. 1100 to 1200."

13. জেনকিন্সলৈ পুথিখন উছৰ্গা কৰি ৰবিনছনে মন্তব্য কৰিছে : "The present work was undertaken at the particular request of the distinguished officer, to whom, 'it is with permission dedicated'. His literary talents, high attainment and superior knowledge of the province render him by far the best qualified individual to write on the topics contained in the following pages. His more important duties however, left him but little leisure in prosecuting for such a task."



> প্ৰদেশখনত এতিয়াও অ'ত ত'ত থকা বুৰঞ্জীমূলক পাণ্ডুলিপিসমূহৰ লয় হোৱা বন্ধ কৰা, অসম উপত্যকাৰ জিলাসমূহত পোৱা বুৰঞ্জী আৰু আন আন অঞ্চলত পোৱা বুৰঞ্জীৰ সমলবোৰ হয় সংগ্ৰহ কৰা, নহ'লে সেইবিলাকৰ সঠিক প্ৰতিলিপি প্ৰস্তুত কৰা। আহোম পুথি-সমূহৰ অনুবাদৰ ব্যৱস্থা কৰা; কাৰণ এনে বহুত পুথিৰে ঐতিহাসিক মূল্য আছে বুলি ধাৰণা হয়।[14]

লায়ালৰ সৰ্বপ্ৰথম কাম হ'ল অসমৰ বুৰঞ্জীমূলক তথ্য-পাতিৰ তালিকা প্ৰস্তুত কৰা আৰু সেইবিলাক বিস্মৃতিৰ গৰ্ভৰ পৰা উদ্ধাৰ কৰা; আৰু সেই উদ্দেশ্যে ১৮৯৪ চনত চাৰ ই. এ. গেইটক (Sir E.A. Gait) প্ৰধান পৰিচালক হিচাবে লৈ এখন পৰিচালনা সমিতিৰ গঠন কৰা হয়। গেইটে ১৮৯৭ চনত এই কাম সমাধা কৰিলে; তেওঁ ফলি মুদ্ৰা, বুৰঞ্জী আৰু বুৰঞ্জীমূলক পাণ্ডুলিপি আৰু আন আন সমলৰ উৎসসমূহ সামৰি Progress of Historical Research in Assam (অসমত ঐতিহাসিক গৱেষণাৰ অগ্ৰগতি)ৰ প্ৰতিবেদন প্ৰস্তুত কৰিলে। অসমৰ বুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ সুগভীৰ অধ্যয়নৰ বুৰঞ্জীমূলক দলিল হিচাপে ইয়াৰ গুৰুত্ব অতুলনীয়। ইয়াৰ আলমতে প্ৰণয়ন কৰিলে গেইটে A History of Assam (অসমৰ বুৰঞ্জী, ১৯০৬); এইখনেই বৈজ্ঞানিক পদ্ধতিৰে এই বিষয়ত লিখা প্ৰথম বুৰঞ্জী।

অসমৰ চীফ্ কমিছনাৰ আৰ্কডেল আৰ্লএ (Sir Archdale Earle) হেমচন্দ্ৰ গোস্বামীৰ সহযোগত প্ৰদেশৰ বিভিন্ন অঞ্চলত সিঁচৰিত হৈ থকা অসমীয়া পাণ্ডুলিপিৰ সন্ধান আৰু সংগ্ৰহ কাৰ্য্যত হাত দিলে আৰু ফল স্বৰূপে ১৯২২ চনত প্ৰকাশ হ'ল A Descriptive Catalogue of Assamese Manuscripts (অসমীয়া পাণ্ডুলিপি সমূহৰ বৰ্ণনাত্মক তালিকা)। পণ্ডিত গোস্বামী আছিল চব্ ডেপুটি কলেক্টৰ। সেই কামৰ পৰা তেখেতক সাময়িক ভাবে আনি এই

---

14. Cited in Bhuyan, S. K., *Bulletin No. 2, Department of Historical Antiquarian Studies, Assam, (DHAS)*, p. 6

তালিকাখন প্ৰস্তুত কৰিবৰ কাৰণে নিয়োগ কৰাৰ কীৰ্ত্তিত্ব গেইটৰ পৰৱৰ্ত্তী চীফ্ কমিছনাৰ পি, আৰ, টি, গৰ্ডনৰ চাহাবৰ (P.R.T. Gurdon)। অনিসন্ধিৎসুয়ে বহুতো শিলালিপিৰ পাঠ উদ্ধাৰ আৰু প্ৰকাশ কৰাৰ উপৰিও এইজনা কামৰূপ অনুসন্ধান সমিতিলৈ চৰকাৰী স্বীকৃতি আৰু অনুদানৰ ব্যৱস্থা কৰাত আগভাগ লৈছিল। আকৌ তেখেতেই ১৯০৪ চনত চিলঙত স্থাপিত হোৱা মুদ্ৰা বিভাগৰ মুৰব্বী হিচাপে বহুতো বুৰঞ্জীমূলক মুদ্ৰা সংগ্ৰহ কৰে। অৱশ্যে কোম্পানী আমোলৰ আগভাগতে (১৮২৮ খৃঃ) উজনি অসমৰ পলিটিকেল এজেণ্ট নাফ্ভিল বা নবিন চাহাবে (Captain Neufville) তিনিকুৰিৰো ওপৰ সোণ-ৰূপৰ মুদ্ৰা সংগ্ৰহ কৰি কলিকতালৈ পঠায়। চৰকাৰৰ নিৰ্দেশমতে সেইকালৰ এচিয়াটিক চোচাইটিৰ সুযোগ্য সম্পাদক আৰু প্ৰাচ্যবিদ্যাবিদ উইলচন্ চাহাবে (H. H. Wilson) ওপৰোক্ত মুদ্ৰাসমূহৰ সম্পৰ্কে এটা টোকা লিখে। এই টোকা আৰু মুদ্ৰাসমূহ পিছলৈ মুদ্ৰাবিশাৰদ আৰু বঙ্গদেশৰ শিক্ষাধিকাৰ ষ্টেপোলটন্ চাহাবে (H. E. Stapleton) লণ্ডনৰপৰা উদ্ধাৰ কৰি সংৰক্ষণৰ বাবে অসমলৈ পঠায়। ওপৰোক্ত অনিসন্ধিৎসু প্ৰত্নতত্ত্ববিদ বিষয়াসকলৰ দ্বাৰা অনুপ্ৰাণিত হৈ হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, সূৰ্য্যকুমাৰ ভূঞা প্ৰভৃতিয়ে অসমৰ ঐতিহ্য উদ্ধাৰ, সংৰক্ষণ আৰু প্ৰকাশন কাৰ্য্যত নতুন পদক্ষেপ দি কামৰূপ অনুসন্ধান সমিতিৰ উপৰিও অসম সংগ্ৰহালয় (Museum) আৰু বুৰঞ্জী-পুৰাতত্ত্ব বিভাগ প্ৰতিস্থাৰ পথ সুগম কৰে।

তৃতীয় অধ্যায়

## অসমীয়া মুছলমানসকল

তেৰ শতিকাৰ পৰা সোতৰ শতিকালৈ অসমত মুছলমানৰ সঘনাই আক্ৰমণৰ ফলত আহোম ৰজাসকলৰ বিদেশীৰ প্ৰতি (যাক তেওঁলোকে 'বঙাল' বুলি কৈছিল) সন্দেহ আৰু ভয়ৰ সৃষ্টি হৈছিল। ভালকৈ চাই-চিতিহে বিদেশীক অসমত সোমাবলৈ দিয়া হৈছিল।[1] অৱশ্যে বিদেশী হলেও যদি কোনো লোকৰ পৰা অসমৰ সাংস্কৃতিক আৰু আৰ্থিক উন্নতিৰ সহায় হয়, তেনেলোকক অসমতে বসবাস কৰিবলৈ উদগনি দিয়া হৈছিল। অনুপ্ৰৱেশকাৰী সকলৰ ভিতৰত মুছলমানসকলে ষোল শতিকাৰ আহোম-মোগল সংঘৰ্ষৰ আগতে আহি পশ্চিম অসমত বসতি কৰিবলৈ আৰম্ভ কৰিছিল বুলি কব পাৰি। কিন্তু উজনি অঞ্চলত ১৬৬২ চনত হোৱা মিৰজুমলাৰ আক্ৰমণৰ আগতে তেওঁলোক গৈ সোমাইছিল বুলি কোৱাৰ থল নাই। কিছুমান মুছলমানলোকে নামনি অসমত গুৱাহাটীৰ বৰফুকনৰ অধীনত পুৰুষানুক্ৰমে পদবী ভোগ কৰি আছিল। সাধাৰণৰে তাম আৰু অন্যান্য ধাতুৰ ফলিত খোদিত লিপি, মুদ্ৰা-গঢ়ন, বেজিৰে ফুল তোলা কাম, স্থায়ী ৰঙৰ চিত্ৰাংকন, মিস্ত্ৰীৰ কাম, তৰোৱাল আৰু বন্দুক সজা কাম, খাৰ-বাৰুদ

1. "The licensed foreigners", writes S. K. Bhuyan, "after having come to Assam, have to cut off all connections with their mother country, and to become subjects of the Assam government like the older inhabitants. The Assamese objected to the admission of foreigners who owed allegiance to other rulers and proposed to reside in Assam as a temporary measure." Bhuyan, *Anglo-Assamese Relations*, pp. 56-7.

উৎপাদন আৰু ফাৰ্চী নথি-পত্ৰৰ পাঠ উদ্ধাৰ আৰু ব্যাখ্যা কৰা কামত তেওঁলোকক নিয়োগ কৰা হৈছিল। হস্তীবিদ্যাৰ্ণৱ'ৰ আটকধুনীয়া চিত্ৰসমূহ আহোম ৰজা শিৱসিংহৰ নিৰ্দেশত দুজন মোগল চিত্ৰকৰ দিলবৰ চিত্ৰ আৰু দোচায়ে তৈয়াৰ কৰিছিল।

মোগলৰ কলা-কৃষ্টি, তেওঁলোকৰ সাজ-পাৰ, গীত-মাত আৰু প্ৰিয় খাদ্য সমূহ ৰাজপৰিয়াল আৰু ৰাজসভাৰ সদস্যবৰ্গৰ মাজত জনপ্ৰিয়তা লাভ কৰিছিল। আকৌ মোগলসকলৰ ৰাজহ আৰু ন্যায়িক প্ৰশাসন নামনি অসমত—আনহে নালাগে বৃটিছৰ দিনতো চলি থাকিল। জিকিৰ আৰু জাৰি—যাক আজান ফকীৰৰ গীত বুলি কোৱা হয়—মাজেদি ইছলাম ধৰ্মৰ উদাৰতা প্ৰকাশ পায়। অসমীয়া সাহিত্যত এই আজান ফকীৰৰ গীতে এক গুৰুত্বপূৰ্ণ স্থান লাভ কৰিছে। আনফালে, অসমীয়া মুছলমানসকলে কিছুমান স্থানীয় নীতি-নিয়মতো পালিছিলেই তাৰ উপৰি স্থানীয় সন্ত-সাধু আৰু বীৰ-বীৰাংগনাৰ শ্ৰদ্ধা কৰিছিল। স্থানীয় পৌৰাণিক আখ্যান আৰু কুসংস্কাৰত বিশ্বাস কৰিছিল। স্থানীয় উৎসৱ আৰু পৰ্ব আদিও পালন কৰিছিল। হিন্দু আৰু মুছলমানসকল বহুদিন ধৰি একে লগে মিলিজুলি থকাৰ বাবে কিছু পৰিমাণে পৰস্পৰৰ ৰীতি-নীতি, চাল-চলন আৰু অনুষ্ঠানসমূহৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। নবাব মিৰ্‌জুমলাৰ লগত অহা চাহাবুদ্দিন তালিছে "অসমীয়া মুছলমানসকলৰ মাজত ইতিমধ্যেই ইছলাম নামটোৰ বাহিৰে আন একো দেখা নাছিল। মুছলমানসকলৰ লগত সম্পৰ্ক ৰখাতকৈও অসমীয়াসকলৰ লগত মিলিজুলি থকাৰ প্ৰতিহে তেওঁলোকৰ অন্তৰ ঢাল খাইছিল।"[2] অসমীয়া মুছলমান সকলৰ বিষয়ে একে সুৰতে আমেৰিকান বেপ্টিষ্ট সকলেও কৈছিল : "হিন্দুসকলৰ লগত তেওঁলোক একে জনগোষ্ঠীৰ। তেওঁলোকৰ সৰহভাগেই বিভিন্ন সময়ত হোৱা মোগল আক্ৰমণৰ সময়ত ইছলামলৈ ধৰ্মান্তৰিত হোৱা সকলৰে সতি-

2. See Barpujari, *Assam : In the days of the Company*, pp. 295 ff.



সন্ততি। তেওঁলোকৰো বহুতেই ইছলাম ধৰ্মৰ নীতি-নিয়মসমূহ ঢিলা-সোলোকাকৈহে পালন কৰি আছিল বা সেই নীতি-নিয়মনো কি তাকো নাজানিছিল।"[3]

অসমত হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সংঘৰ্ষ হোৱাৰ প্ৰমাণ—একেবাৰেই নাই বুলিব পাৰি। আনপিনে চান্দ সাই নামৰ এজনে অসমৰ ধৰ্ম আৰু সমাজ সংস্কাৰক মহাপুৰুষ শংকৰদেৱৰ বৰদোৱাৰ নামঘৰ সজাত সহায় কৰিছিল বুলি প্ৰবাদ আছে। সিফালে মোগলেৰে সৈতে হোৱা যুদ্ধত ইছমাইল ছিদ্দিক ওৰফে বাঘ হাজৰিকা, কোনোৱে কয়, আহোম সেনাৰ বীৰ সেনাপতি লাচিত বৰফুকনৰ আছিল সোঁহাত স্বৰূপ। চিপাহী বিদ্ৰোহৰ (১৮৫৭) সময়ত আমেৰিকান মিছনেৰী ডেনফ'ৰ্থে কৈছিল : "মুছলমানবিলাক বৰ অহংকাৰী। তেওঁলোকে কয় বোলে কোম্পানীৰ দিন টুটি আহিছে। চাহাববিলাকক কাটি মাৰি পেলোৱা হব আৰু অসমত চিৰদিনৰ কাৰণে ইছলাম ধৰ্ম প্ৰতিষ্ঠা হব।"[4] পৰম্পৰ সমৰ্থনাত্মক (Corroborative) প্ৰমাণ নহ'লে বাহাদুৰ গাওঁবুঢ়া আৰু শেখ ফৰমুদৰ দৰে মুছলমানসকলে অসমত ইছলাম ধৰ্ম প্ৰতিষ্ঠাৰ কাৰণে বিদ্ৰোহীৰ লগত যোগ দিছিল বুলি বিশ্বাস কৰা টান; বৰং এখন চৰকাৰী প্ৰতিবেদন অনুসৰি "আহাৰ, শাওণ মাহত চাৰিং ৰজাই যোৰহাটত সঘনাই সভা বহুৱাইছিল; সভাত উপস্থিত থকা মানুহৰ ভিতৰত মুছলমান বাহাদুৰ গাওঁবুঢ়া আৰু ফৰমুদো আছিল। তেওঁলোকে

3. *Jubilee Papers*, *Assam Mission* p. 15 : Allen also records : 'In the Census Report of 1881 the Muhammadan Peasantry of Assam are described as being extremely ignorant of all that concerned their faith, some of them never been having heard of Muhammad and other imagining that he corresponded to Hindu Rama ; · planted as they are in the midst of a large Hindu people they are free from the bigotry which in some countries is prominent feature of this religion." *Census Report 1901*, p. 43.

4. Barpujari, *The American Missionaris and North-East India*, p. 64.

তেওঁলোকৰ সহধৰ্মীসকলক ৰজাৰ উদ্দেশ্য সাধনৰ অৰ্থে সঙ্গবদ্ধ হবলৈ যতপৰোনাস্তি চেষ্টা কৰিছিল"।[5]

সাহিত্যিক বা ৰাজনৈতিক নৱজাগৰণৰ আদিছোৱাত অসমীয়া মুছলমানসকলৰ অৰিহণা সিমান নাছিল[6] যদিও প্ৰদেশখনৰ সমূহীয়া স্বাৰ্থত ওচৰ-চুবুৰীয়াৰ লগত একেলগে কাম কৰিছিল। সিবিলাকে চুৰমা উপত্যকাৰ আঞ্জুমান ই ইছলামীয়া (শিলচৰ), আঞ্জুমান ই ইত্তেহাদ্ (হবিগঞ্জ) আৰু মহম্মদান সন্মিলন (মৌলবীবাজাৰ) এই কেইটা সংস্থাই লৰ্ড কাৰ্জনৰ অসমক পূৰ্ববংগৰ লগত চামিল কৰণৰ প্ৰস্তাৱৰ বিপক্ষে কৰা বিৰোধিতাত যোগ দিয়া নাছিল।[7] অসমীয়া মুছলমানসকলে এই বিৰোধিতাত সক্ৰিয়ভাবে যোগ দিছিল; ধুবুৰী, গৌৰীপুৰ, গোৱালপাৰা, গুৱাহাটী আৰু ডিব্ৰুগড়ত বহা চামিলকৰণ বিৰোধী সভাবিলাকত দুয়োটা সম্প্ৰদায়ৰ লোকেই যোগ দিছিল। ইয়াৰ বাৰ্ষিকী ১৯০৬ চনৰ ১৬ অক্টোবৰ তাৰিখৰ দিনা গোৱালপাৰাত আব্দুল আজিজ্ চাহাবৰ সভাপতিত্বত এখন ৰাজহুৱা সভা বহিছিল আৰু তাত যেতিয়ালৈকে চামিলকৰণ উঠাই লোৱা বা সংশোধন কৰা নহয়, তেতিয়ালৈকে আন্দোলন চলাই যোৱাৰ প্ৰতিজ্ঞা দোঁহাৰি প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। ডিব্ৰুগড়ত এটা বিৰাট সমদলত বিশেষকৈ হিন্দু আৰু মুছলমান বাসিন্দাসকলে জাতীয় সঙ্গীত গাই, বন্দে মাতৰম্ আৰু আল্লা-হু-আকবৰ ধ্বনি দি বাটে বাটে শোভাযাত্ৰা কৰিছিল। গুৱাহাটীত বন্দে মাতৰম্ নিচান লৈ এটা শোভাযাত্ৰাই আলিবাট খলক্ লগাইছিল। সেইদিনা আবেলি এখন সভাত এজন মুছলমান ডেকাই দেশৰ স্বাৰ্থৰ বাবে হিন্দুসকলৰ

5. *Ibid. ed*, *Political History of Assam, i*, p. 71.

6. অৱশ্যে এই ক্ষেত্ৰত মছলেহুদ্দিন আহমদৰ 'মজাৰ গল্প', মফিজুদ্দিন আহমদৰ 'কবিতা পুথি' 'জ্ঞান মালিনী' আৰু মহম্মদ চুলেমান খাৰ 'কবিতা পাঠ' উল্লেখযোগ্য।

7. **History of Freedom Movement, National Archives of India, Assam Unit, see** ***Swadeshi Movement*.**



লগত যোগ দিবলৈ তেওঁৰ সহধৰ্মীসকলক টানি অনুৰোধ জনাইছিল।[8]

বৃটিছ চৰকাৰৰ ভেদা-ভেদনীতি (Divide and Rule) বিশেষকৈ ঢাকাৰ নবাব চালিমুল্লা আৰু ধৰ্মান্ধ মুছলমানবিলাকে দিয়া উচটনিত আদিতে বংগভংগৰ বিৰোধী আন্দোলনত সমৰ্থন দি অহা হিন্দু আৰু মুছলমানৰ মাজত মনোমালিন্যৰ সূত্ৰপাত হ'ল। ১৯০৬ চনৰ ১৬ অক্টোবৰ তাৰিখে শ্ৰীহট্ট, হবিগঞ্জ, সুনামগঞ্জ আৰু মৌলবী বাজাৰত বংগভংগৰ সমৰ্থনত এখন সভা হয়। এই সভাত আঞ্জুমান-ই-ইছলামীয়াই তেওঁলোকৰ সহধৰ্মীসকলক বংগভংগক এটা বৰ বুলি গ্ৰহণ কৰিবলৈ আহ্বান কৰিছিল; তেওঁলোকক সকিয়াই দিছিল যে, "চৰকাৰৰ বিপক্ষে যিকোনো আন্দোলনেই ইছলাম বিৰোধী কাম।"[9] এই বিলাক ঘটনা চক্ৰই যে অসমীয়া মুছলমানসকলক টলাব পৰা নাছিল, সেইটো তেওঁলোকৰ পক্ষে কম যশস্যাৰ কথা নহয়। বংগভংগৰ বছৰেকীয়া দিন পালনৰ দিনা দুয়োটা সম্প্ৰদায়ৰ ভিতৰত আঁহফলাৰ চেষ্টা কৰাৰ বাবে নবাব চালিমুল্লাৰ বিৰুদ্ধেও সিবিলাকে ক্ৰোধ প্ৰকাশ কৰিছিল। বেংগলী কাকতত প্ৰকাশিত এটা বাতৰিৰ মতে নবাবৰ দুটা প্ৰতিকৃতি সাজি তাৰে এটা হিন্দুৱে আৰু আনটো মুছলমানে দাহ কৰিছিল।[10]

হিন্দু-মুছলমানৰ মাজত শীঘ্ৰেই ফাঁট মেল খালে। মৰ্লি-মিণ্ট' সংস্কাৰে ভাৰতবৰ্ষত সংখ্যালঘুৰ সমস্যাৰ সৃষ্টি কৰে। স্বাভাৱিকতে সংখ্যালঘু সম্প্ৰদায়সমূহে সিবিলাকৰ বিভিন্ন বিষয়ত নিজৰ নিজৰ দাবী সজোৰে উত্থাপন কৰা হ'ল। অসমতো মহম্মদ ছাদুল্লাই কাউন্সিল আৰু লোকেল বোৰ্ড আৰু মিউনিচিপালিটিত তেওঁলোকৰ প্ৰতিনিধি লাগে বুলি দাবী কৰিলে। তেঁখেতে কৈছিল, "খাচ অসমত মুছলমানসকল অ'ত ত'ত ইমান সিচঁৰিত হৈ আছে যে, যদি আমাৰ হিন্দু ভাইসকলে

8. **The News Item,** ***The Bengalee*, 17, 19 and 25 October, 1906.**

9. *Op. cit.*, see *Swadeshi Movement*.

10. *The Bengalee*, 19 October, 1906.

আমাৰ ওপৰত শাসন চলাই থাকোঁ বুলি মন কৰে, তেন্তে আমি আৰু প্ৰতিনিধিত্ব পাম বুলি আশা কৰিবই নোৱাৰিম।"[11] এনেকৈয়ে সাম্প্ৰদায়িকতাৰ অঙ্কুৰে কৰ্কট ৰোগৰ দৰে সোনকালে বিয়পিবলৈ ধৰিলে। এটা মাত্ৰ আশাৰ ৰেঙণি আছিল—সাম্প্ৰদায়িক মৰামৰি, কটাকটি বা হিন্দু-মুছলমানৰ সংঘৰ্ষ দেশৰ আনঠাইৰ দৰে অসমলৈ বিয়পি পৰা নাছিল। মুঠৰ ওপৰত দুয়ো সম্প্ৰদায়ৰ মাজত সম্প্ৰীতি আৰু সদ্ভাব চলি থাকিল।

11. *Assam Legislative Council Proceedings*, 19 March, 1913 ; 2 April, 1914.

চতুৰ্থ অধ্যায়

# মাৰোৱাৰী সম্প্ৰদায়

আহোমযুগৰ শেষৰফালে মাৰোৱাৰ, জয়পুৰ, জয়চল্মিৰ আৰু বিকানীৰৰ বেপাৰী বা কেঁঞা মহাজনসকলক গোৱালপাৰাৰ বিপৰীতে কান্দাহাৰ বা হাদিৰাচকিত পশ্চিম অসমৰ মুদৈসকলৰ লগত বেপাৰ-বাণিজ্য চলাবলৈ অনুমতি দিয়া হৈছিল যেন ধাৰণা হয়। উনৈশ শতিকাৰ প্ৰথম কেইদশকমানত আজমগঞ্জৰ (মুৰ্ছিদাবাদ) মায়াচিং মেঘৰাজ ব্যৱসায়ী সন্থাই তেওঁলোকৰ বেহা-বেপাৰ বহলাই গুৱাহাটী আৰু তেজপুৰত গুদাম বা গোলা পাতিছিল।[1] জেন্‌কিন্স চাহাবে ১৮৩১ চনত সীমান্ত পৰিদৰ্শন কৰোঁতে শদিয়া আৰু বিছাত মাৰোৱাৰী সদাগৰৰ দোকান-পোহাৰ দেখা পাইছিল। এইবিলাকত মাৰোৱাৰীসকলে ওচৰ-চুবুৰীয়া জনজাতি লোকৰ লগত কঁপাহী কাপোৰ (broad cloth), ৰঙীণ ৰুমাল, লোণ, কানি, ধপাত আদি সোণ, ৰূপ, বাখৰ মানদেশীয় কাপোৰ আৰু চীনামাটিৰ বাচনৰ লগত সাল-সলনি (bartar) কৰিছিল।[2] বেহা-বেপাৰত বাদেও সিবিলাকে হাটখোৱা, মৌজাদাৰ আদি হৈ চৰকাৰ আৰু সীমান্তবৰ্ত্তী জনজাতিবিলাকৰ নানা প্ৰকাৰে মধ্যস্থতা (as middlemen) কৰিছিল।[3] তেওঁলোক আছিল হাড়ে-

1. আগৰৱালা, তৰুণকুমাৰ ; হৰিবিলাস আগৰৱালা ডাঙৰীয়াৰ আত্মজীৱনী, (১৯৭৬)।
2. Pemberton, R. B., *Report of the Eastern Forntier*, p. 27.
3. উদাহৰণ স্বৰূপে, ৰজা পুৰন্দৰ সিংহৰ ৰাজত্ব কালত মণিৰাম দেৱানে নাওৰং ৰামক গমিৰিৰ মৌজাদাৰ নিযুক্ত কৰিছিল। ১৮৫৩ চনত পঁচাৰ (posa) সলনি নগদ টকা লবলৈ ডফলাইতক মান্তি কৰোৱাত তেওঁ ঘি সহায় কৰিছিল. তাৰ বিনিময়ত পলিটিকেল এজেন্ট কেপ্তেইন ভেট্‌চে (Captain Vetch) তেওঁক গমিৰি, ৰঙাচালি, বৰঙাবাৰীৰ বাহিৰেও কলংপুৰতো মৌজাদাৰ পাতিছিল।

মগজুৱে বেপাৰী—ধন ঘটাৰ সুবিধা পালে কদাচিতো নেৰিছিল। অৱশ্যে এইটোও পাহৰিব নালাগিব—একালত যেতিয়া অসমীয়া মানুহে এটা পইচা পোৱাৰো সংস্থান নাছিল, সেই সময়ত মাৰোৱাৰীসকলে ধন-বিত দি আমাৰ মানুহক একোসময়ত উচ্ছন্ন হোৱাৰ পৰা উদ্ধাৰ কৰিছিল। আকৌ খেতি-বাতি আৰু বেহা-বেপাৰৰ পৰাও যে লাভবান হব পাৰি এই কথালৈ তেওঁলোকেই অসমীয়াহঁতৰ চকু মুকলি কৰিছিল।

সাধাৰণতে এই বেপাৰী সম্প্ৰদায়টো থলুৱা লোকৰ পৰা সামাজিক ভাবে আঁতৰি আছিল। অৱশ্যে সীমিত সংখ্যক কেইটামান পৰিয়ালে নিজকে সম্পূৰ্ণৰূপে অসমীয়াৰ জীৱন আৰু সংস্কৃতিৰ লগত মিলাই দিছিল। বৈষ্ণৱপন্থী নাওবংৰামে দৰঙৰ নেওঁগ পৰিয়ালৰ সোণপাহী আৰু কন্দুৰা ৰাজখোৱাৰ ছোৱালী সাদৰীক বিয়া কৰাইছিল; প্ৰথম গৰাকীৰ পৰা কাজিৰামৰ আৰু পিছৰ গৰাকীৰ বাপীৰাম, হৰিবিলাস, কেতেকী আৰু থানুৰামৰ জন্ম হয়।[4] উত্তৰাধিকাৰ সূত্ৰে দেউতাকৰ বাণিজ্যিক সাম্ৰাজ্যখন লাভ কৰি হৰিবিলাস আগৰৱালাই (১৮৪২-১৯১৬) বংগদেশৰ ব্যৱসায়ীসকলৰ লগত কাঠ, লা, চাহপাত, কানি আৰু হাতীৰ বৃহৎ পৰিসৰৰ ব্যৱসায় কৰিছিল। কানি বেপাৰী হ'লেও আবকাৰী কানি বন্ধ কৰাৰ বিষয়ে কানি তদন্ত আয়োগৰ (Opium Enquiry Commission) কামত গুণাভিৰাম বৰুৱা আদিৰ লগত যোগ দিছিল; কিন্তু তেওঁ অনুভৱ কৰিছিল—এই কাম লাহে লাহে কৰিব লাগিব নহ'লে তাৰ পৰিণাম অতি বিষম হবগৈ।[5]

অসমীয়া সাহিত্যৰ এজন মহান পৃষ্ঠপোষক আছিল হৰিবিলাস আগৰৱালা।[6] তেওঁ মিছনেৰীসকলে দেখুওৱা বাটেদি আগবাঢ়ি শংকৰদেৱ, মাধৱদেৱ আৰু দৈত্যাৰি ঠাকুৰৰ লিখা গ্ৰন্থসমূহ সংগ্ৰহ আৰু

4. ঐ

5. *Report of the Royal Commission on Opium*, vol. 2, pp. 186-8.

6. শৰ্মা, শশী (সম্পাদিত); চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা।



প্ৰকাশৰ কাম হাতত লৈছিল। ১৮৭৬ চনতে "কীৰ্ত্তন ঘোষা" ৰাইজৰ আগলৈ ওলাইছিল। তাৰ পিছতে প্ৰকাশ হ'ল শংকৰদেৱৰ "গুণমালা", 'সীতা সয়ম্বৰ নাট', 'বৰগীত'; মাধৱদেৱৰ 'ৰত্নাৱলী' আৰু দৈত্যাৰি ঠাকুৰৰ 'গুণমালা'। সুযোগ্য পিতৃৰ সুযোগ্য সন্তান চন্দ্ৰকুমাৰ আগৰৱালাই (১৮১৭—১৯৩৮) বেহা-বেপাৰ আৰু ঔদ্যোগিক কাম-কাজৰ বাহিৰেও তেওঁৰ বোপা-ককাৰ দিনৰ পৰা বাগৰি অহা সাহিত্যিক পৰম্পৰাৰ সুঁতিটো নতুন যুগত বোৱাই ৰাখিলে। মাহেকীয়া আলোচনী 'জোনাকী'ৰ তেওঁ প্ৰতিষ্ঠাতা-সম্পাদক আছিল (১৮৮৮)। এই 'জোনাকী' আছিল অসমীয়া সাহিত্যত নৱজাগৰণৰ জন্ম দিয়া 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ মুখপাত্ৰ। প্ৰথমতে সাদিনীয়া (১৯১৮) আৰু পাছলৈ দৈনিক কাকত 'অসমীয়া'ৰ তেওঁ সম্পাদক আছিল আৰু সম্পাদকীয় সমূহৰ দ্বাৰা অসমীয়াৰ ৰাজনৈতিক চেতনা জগাবলৈ সততে চেষ্টা কৰিছিল আৰু ইয়াৰ যোগেদি জাতীয় আন্দোলনৰ প্ৰস্তুতি চলাইছিল। কৰ্মব্যস্ত পুলিচ বিষয়া হৈও চন্দ্ৰকুমাৰৰ ভতিজা আনন্দ চন্দ্ৰ আগৰৱালাই অসমৰ বুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ বিষয়ে চিন্তা-চৰ্চ্চা কৰিছিল আৰু কলিকতাত সাহিত্য সম্পৰ্কীয় সভা-সমিতিৰ লগত ঘনিষ্ঠভাৱে যোগাযোগ ৰক্ষা কৰিছিল। 'চহা আৰু পণ্ডিত', 'সুখৰ ঠাই' আৰু 'জীৱন-সঙ্গীত' কবিতা অনুবাদক হিচাপে তেওঁৰ দক্ষতাৰ চূড়ান্ত নিদৰ্শন।

আমাৰ বাবে অপ্ৰাসংগিক হ'লেও এই পৰিয়ালৰ এটি সুযোগ্য সন্তান জ্যোতিপ্ৰসাদৰ (১৯০৩—১৯৫১) কথা উল্লেখ কৰিবই লাগিব। হৰিবিলাস আগৰৱালাৰ তৃতীয়পুত্ৰ পৰমানন্দৰ ল'ৰা জ্যোতিপ্ৰসাদৰ তামোলবাৰী বাগিছাত ১৯০৩ চনৰ জুন মাহত জন্ম হয়।[7] সৰুকালত তেওঁ তেজপুৰত শিক্ষালাভ কৰিছিল। তাৰ পাছত কলিকতাৰ নেছনেল্ কলেজত দুবছৰ পঢ়ি উচ্চতৰ শিক্ষাৰ কাৰণে বিলাতলৈ গৈ এডিনবৰা বিশ্ববিদ্যালয়ত ভৰ্ত্তি হয়। চন্দ্ৰকুমাৰৰ দৰে তেৱোঁ স্নাতক উপাধি

7. শৰ্মা, ডঃ সত্যেন্দ্ৰনাথ (সম্পাদিত); জ্যোতিপ্ৰসাদ ৰচনাৱলী, (১৯৮৬)।

নোলোৱাকৈয়ে পঢ়া-শুনা সামৰিলে; কিন্তু জাৰ্মানীত গৈ কথাছবি সংক্ৰান্ত কাৰিকৰী বিদ্যাত পাৰ্গত হৈ আহিল। ১৯৩০ চনত উভতি আহি তেওঁ ভাৰতৰ স্বাধীনতা যুঁজত জপিয়াই পৰি কাৰাবৰণ কৰিলে। পুৰণি চাম নেতাৰ অহিংসা নীতিত তেওঁৰ বিশ্বাস নাছিল। চূড়ান্ত লক্ষ্য পূৰ্ণস্বৰাজ লাভৰ বাবে বৈপ্লৱিক পদ্ধতি লবলৈ কেতিয়াও পিছ হুহঁকিব নালাগে বুলি তেওঁ অসমীয়া ডেকাক সদায় উদ্‌গনি দিছিল।

সৰ্বশ্ৰেষ্ঠ নাট্যকাৰ জ্যোতিপ্ৰসাদে পাশ্চাত্য আদৰ্শেৰে অসমীয়া সংগীত, ক'লা আৰু সংস্কৃতিক নতুন ৰূপত সজাইছিল। তেওঁৰ সৰ্বোত্তম সৃষ্টি 'শোণিত কুঁৱৰী'ৰ বাহিৰেও আৰু বহুতো নাটক, কাব্য, শিশু-সাহিত্য আৰু চুটি গল্পৰ স্ৰষ্টা হিচাপেও তেওঁ গৌৰৱ অৰ্জন কৰিছিল। ভাৰতত প্ৰথম 'টকি' অৰ্থাৎ কথাকোৱা ছবি ওলোৱাৰ তিনি বছৰ পাছতে প্ৰথম অসমীয়া কথাছবিৰ জন্মদাতা ৰূপে তেওঁৰ নাম চিৰ স্মৰণীয় হৈ থাকিব। আমাৰ সাম্প্ৰতিক কালৰ নতুন পুৰুষৰ বাবেও জ্যোতিপ্ৰসাদৰ ধ্যান-ধাৰণা আৰু আদৰ্শ অনুপ্ৰেৰণাৰ থল হৈ আছে। বেণুধৰ শৰ্মাদেৱে সেইবাবে কৈছে[৪] :

> বৃটিছৰ দিনতে ৰাজপুতনা হেন দিক্‌ছৌ দেশৰ পৰা ব্যৱসায়ী ভাগ্য নিৰ্ণয় কৰিবলৈ অহা ৰক্তবীজ অসমৰ অসমীয়া তেজ-মঙ্গহৰ ক্ষেত্ৰত পৰি চিনমৰাকৈ বিলীন হৈ গ'ল ; মঙ্গহ কিন্তু নুটিল, লোধোমা-লোধম বাঢ়ি আহি সোণৰ কলচীৰে এটি বৰদৌল হ'ল যাৰ পোহৰত অসমীয়া সাহিত্য-সংস্কৃতি জাতিস্কাৰ হৈ তল্‌বলাব লাগিছে।

৪. আগৰৱালা, তৰুণকুমাৰ ; ঐ, 'আত্মজীৱনীৰ ঘাই কথা', ৩ পৃ.।

পঞ্চম অধ্যায়

## নৱ-জাগৰণ : বঙালাভাষীসকলৰ অৱদান

উত্তৰ-পূব বংগৰ ভালেমান অঞ্চল প্ৰাচীন কামৰূপ আৰু পিছলৈ কমতা ৰাজ্যৰ অন্তৰ্গত থকাৰ কাৰণে এই অঞ্চলবিলাকৰ মানুহৰ মাজত প্ৰায়ে আহ-যাহ আৰু সা-সম্পৰ্ক ঘটিছিল। এই কথা তেওঁলোকৰ মাজৰ ভাষিক আৰু সাংস্কৃতিক মিল থকাৰপৰাই বঢ়িয়াকৈ বুজিব পাৰি। সুনীতি কুমাৰ চাটাৰ্জীয়ে কৈছে[1] : "চৰ্যাপদক পুৰণি বঙলাৰদৰে পুৰণি অসমীয়া, পুৰণি উৰীয়াসকলে তেওঁলোকৰ ভাষা বুলি দাবী কৰাৰপৰা ইয়াকে বুজা যায় যে, এই ভাষাটোৰ মাজত ঘনিষ্ঠ সম্পৰ্ক আছে।" চৰ্যা সিদ্ধসকলৰ ভিতৰত সৰাহ, লুইপা বা মীননাথ, মৎস্যেন্দ্ৰনাথক উভয়েই নিজৰ নিজৰ বুলি দাবী কৰে। 'ডাকৰ বচন'বোৰ অসমৰ দৰে বংগদেশতো সকলোৰে জনাজাত। 'মইনামতী' বা 'গোপীচন্দ্ৰেৰ গান' 'শূন্য পুৰাণ' 'বুদ্ধ-গান-ও-দোহা'ৰ ভাষাৰ অসমীয়া ভাষাৰ লগত গভীৰ সাদৃশ্য আছে। এই দুই ভাষাৰ সাদৃশ্যৰ কাৰণেই কোচ ৰজাসকলৰ পৃষ্ঠপোষকতাত দুয়োখন প্ৰদেশৰে কবি আৰু পণ্ডিতসকলে ৰামায়ণ আৰু মহাভাৰত সংস্কৃতৰপৰা অসমীয়ালৈ অনুবাদ কৰিছিল। খ্যাতনামা সাহিত্যিক মাধৱচন্দ্ৰ বৰদলৈয়ে লিখিছে :[2]

> অসমৰ কবি অনিৰুদ্ধ, যাৰ নাম পিছত ৰাম সৰস্বতী বুলি প্ৰখ্যাত আছিল, তেওঁ মহাভাৰতৰ সংস্কৃত ১৮০০০ শ্লোকৰ ভিতৰত ১৫০০০

1. Chatterjee, Suniti Kumar, *A History of Maithili Literature, Introduction*, p. 8.
2. গোস্বামী, হেমচন্দ্ৰ, ( সম্পাদিত ) ; অসমীয়া সাহিত্যৰ চানেকী, ৩য় খণ্ড, ৩১০-১১ পৃঃ।

নিজেই অসমীয়া ভাষালৈ ভাঙে, বাকী ৩০০০ শ্লোক আন আন পণ্ডিতে যথা গঙ্গা দাস, দেৱীবৰ, চণ্ডীবৰ কবি গৌৰৰ বুলি আমি অনুমান কৰোঁ। কাৰণ তেওঁলোকৰ নামে আৰু অশ্বমেধ পৰ্বত উল্লেখ কৰা কথাৰ মিল দেখিব পাইছোঁ।

বঙালী কবি আৰু পণ্ডিতসকলে যে অসমীয়া ভাষা সাহিত্য প্ৰশংসা কৰিছিল আৰু ভাষাটো অধ্যয়ন কৰিছিল 'কন্দলি ৰামায়ণ' বা 'অনন্ত ৰামায়ণ' নামৰ মাধৱ আৰু অনন্ত কন্দলিৰ বঙালী অনুবাদেই তাৰ জ্বলন্ত প্ৰমাণ। ঠাকুৰ পৰিয়ালৰ পূৰ্বপুৰুষ পুৰুষোত্তম বিদ্যাবাগীশে কোচ ৰজা নৰনাৰায়ণৰ নিৰ্দেশত ৰত্নমালা ব্যাকৰণ ৰচনা কৰে। এই ব্যাকৰণ অসমত বহুদিন ধৰি চলি আছিল[3]।

মাজে সময়ে দন-খৰিয়াল লাগিলেও প্ৰাচীন কামৰূপৰ ৰজাসকলে নানা ধৰণৰ দানেৰে, বিশেষকৈ মাটিদান কৰি, ওচৰ-চুবুৰীয়া ৰাজ্যবোৰৰ পৰা ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰি অনাটো এটা নিয়মীয়া নীতি আছিল বুলি ধৰিব পাৰি। কামৰূপৰ ৰজা জয়পালে, চিলিমপুৰ ফলিত উল্লিকিওৱা মতে, পুণ্ড্ৰ (উত্তৰ বঙ্গৰ) এজন ব্ৰাহ্মণক ৯০০ সোণৰ মুদ্ৰা আৰু ১০০০ মুদ্ৰা মূল্যৰ মাটি গ্ৰহণ কৰিবলৈ টানি ধৰিছিল।[4] নামনি অসমৰ কিছুমান ব্ৰাহ্মণক বৈদিক বা সপ্তপদী উপজাতিৰ নাতি-পুতি বুলি কোৱা হয়; যিবিলাকে বল্লাল সেনৰ সংস্কাৰ মানি লবলৈ অস্বীকাৰ কৰিছিল বৈদিকবিলাক তেওঁলোকৰে উত্তৰ পুৰুষ বুলি[5]। সদায় আচুতীয়া হৈ থকাৰ যি নীতি আহোম ৰজাসকলে সাৰোগত কৰি লৈছিল ৰুদ্ৰসিংহ স্বৰ্গদেৱে (১৬৯৬-১৭৪০) তাক পৰিত্যাগ কৰিছিল। তেওঁ মোগলৰ বিপক্ষে এটা হিন্দু সন্মিলিত শক্তি গঠন কৰিবলৈ চেষ্টা কৰিছিল আৰু সেই উদ্দেশ্যে বংগ, মৰাঙ্গ, বান-বিষ্ণুপুৰ, নদিয়া, ৰংপুৰ, কোচবিহাৰ বৰ্ধমান আৰু বৰনগৰৰ শাসক প্ৰধান আৰু জমিদাৰসকলৰ ওচৰলৈ

3. বেজবৰুৱা, লক্ষীনাথ, প্ৰকাশন পৰিষদ, (১৯৮১) ৩১০ পৃঃ ; পিছলৈ বেজ-বৰুৱা' অৰ্থে লক্ষীনাথ বেজবৰুৱা হব।
4. *Epigraphia Indica*, xiii, pp 289 ff.
5. *Census Report*, 1901, p. 125.



কটকী পঠাইছিল[6]। তেতিয়াৰপৰাই বংগদেশৰপৰা প্ৰব্ৰজন আৰম্ভ হ'ল বিশেষকৈ কাৰিকৰী লোক, পণ্ডিত, সংগীতজ্ঞ, চিকিৎসা বিজ্ঞানী আৰু ধাৰ্মিক লোকৰ। তেওঁৰ পুত্ৰ আৰু উত্তৰাধিকাৰী শিৱসিংহৰ দিনত (১৭১৪-৪৪) বংগদেশৰ সাংস্কৃতিক প্ৰভাৱ অধিক প্ৰবল হ'ল। শিৱসিংহই পিতৃৰ শেষ ইচ্ছা অনুসৰি নবদ্বীপৰ এজন শাক্ত মহন্ত কৃষ্ণৰাম ভট্টাচাৰ্য্যৰ ওচৰত শৰণ ললে আৰু হিন্দু ধৰ্মকে ৰাজকীয় ধৰ্ম কৰিলে। এই ন-হিন্দু ৰজাজনে বঙালী ব্ৰাহ্মণজনক কামাখ্যা মন্দিৰৰ প্ৰধান পুৰোহিত নিয়োগ কৰিলে। অকল সেয়ে নহয়, তেওঁক বহুত ধন-সম্পত্তি আৰু মাটি-বাৰীও দান দিলে—যি দান তেওঁৰ উত্তৰাধিকাৰী পো-নাতিসকলে আজিও ভোগ কৰি আছে। কৃষ্ণৰামে বংগৰ স্মাৰ্ত ৰঘুনন্দৰ বিধি-বিধান অসমত প্ৰৱৰ্তন কৰিলে। এই বিধি-বিধান অসমৰ ব্ৰাহ্মণ সমাজৰ পৰম্পৰাৰ বিপৰীত আছিল।[7]

১৭৯৩ চনৰ ফেব্ৰুৱাৰীত স্বৰ্গদেউ গৌৰীনাথ সিংহই কেপ্টেইন্ ওৱেল্‌ছৰ লগত এখন বাণিজ্যিক চুক্তি কৰিলে। এই চুক্তিয়ে বংগৰ সদাগৰসকলক সাময়িকভাৱে হ'লেও তেওঁলোকৰ বেহা-বেপাৰৰ উদ্দেশ্যে প্ৰদেশখনৰ একেবাৰেই মাজ মজিয়ালৈকে সোমাই যাবলৈ উদগনি যোগালে। গোৱালপাৰাৰ সিপাৰৰ কান্দাহাৰ আৰকাৰী ছুৱাৰৰ (customs gate) ছুৱৰীয়া বৰুৱাসকলে বংগদেশৰ প্ৰখ্যাত বেংক ব্যৱসায়ী সন্থা আৰু জগৎশেথৰ দৰে সদাগৰসকলৰ লগত কাৰবাৰ কৰিছিল।[7a] এই ব্যৱসায়ী আৰু সদাগৰসকল অসমীয়া আশ্ৰয় প্ৰাৰ্থীসকলৰ একালত বিপদৰ বন্ধু আছিল; সিবিলাকৰ ভিতৰত ভগাৰজা চন্দ্ৰকান্ত আৰু পুৰন্দৰ সিংহও আছিল। এইসকলক তেওঁ-

6. ভূঞা, সূৰ্য্যকুমাৰ, (সম্পাদিত) ত্ৰিপুৰা বুৰঞ্জী, ভূমিকা ৫-৭ পৃঃ। পিছলৈ "ভূঞা" অৰ্থে সূৰ্য্যকুমাৰ ভূঞা হব।
7. বৰদলৈ, কুমুদ চন্দ্ৰ ; সদৰ আমিনৰ আত্মজীৱনী, ৬৯ পৃঃ; বৰুৱা, গুণাভিৰাম, আসাম বুৰঞ্জী, ৭ পৃঃ ; ভূঞা, স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ, ১৮৯ পৃঃ। পিছলৈ 'গুণাভি' অৰ্থে গুণাভিৰাম বৰুৱা হ'ব।
7.a) গুণাভি ; আনন্দ ৰাম ঢেকিয়াল ফুকনৰ জীৱনচৰিত্ৰ, ২২-৩ পৃঃ।

লোকে এনে সময়ত আশ্ৰয় দিছিল যি সময়ত মানে অসম দখল কৰি গোটেই ৰাজ্য চাৰখাৰ কৰিছিল। ইংৰাজ আহি অসম দেশ অধিকাৰ কৰাতহে স্বাভাৱিক জীৱন আকৌ ঘূৰি আহিল। ইয়াৰ আগলৈকে বিদেশীৰ কোনো চাকৰি-বাকৰি আৰু বেহা-বেপাৰৰ পথ মুকলি হোৱা নাছিল। তেতিয়াৰে পৰা বংগদেশৰ চুবুৰীয়া জিলা ৰংপুৰ, মৈমন্‌সিংহ, শ্ৰীহট্ট, ঢাক্কাৰপৰা প্ৰব্ৰজন আৰম্ভ হ'ল। ১৮২৬ চনৰ ফেব্ৰুৱাৰী মাহত হোৱা ইয়াণ্ডাবু সন্ধিৰ পাছত অসম বা উত্তৰ পূব সীমান্ত বংগ প্ৰেচিডেন্সিৰ এটা অংশ হৈ পৰিল। ইতিমধ্যেই বংগদেশৰ আমোলা বা তলাখাপৰ বিষয়াসকলে বিদেশী প্ৰশাসনৰ কৌশল আয়ত্ত কৰি লৈছিল। ইপিনে এইবিলাক আও-ভাও নজনা আহোম যুগৰ ডা-ডাঙৰীয়াসকলৰ ওপৰত বিদেশী চৰকাৰ ন্যস্ত কৰা দায়িত্ব পালনত অক্ষমতা প্ৰকাশ পাইছিল[৮]। গতিকে বংগীয় আমোলাৰ আগমনত তেওঁলোকৰ স্থানান্তৰ ঘটিব লগা হ'ল। গুণাভিৰাম বৰুৱাই লিখিছে ঃ

> আমাৰ নিজৰ দেশৰ লোকসকলে সেই সময়ত ইংৰাজৰ নিয়মে বড় অথবা লাগতিয়াল বিষয় পালিবলৈ অসমৰ্থ আছিল। ইংৰাজৰ দিনত সকলো কথাই লেখা-পঢ়াৰ কাম। আমাৰ পূৰ্ব্বৰ বিষয়াসকলে সেইৰূপ শিক্ষা পোৱা নাছিল। (গতিকে) ৰাজকীয় কৰ্ম্মচাৰি মাত্ৰেই অধিকাংশ বঙালী আছিল। অসমীয়া ভাষাৰ দ্বাৰা যে ৰাজকীয় কাকত-পত্ৰ সকলো লেখা হ'ব পাৰিব এইটো সন্দেহ হ'ল। "বোৰ্ড অব ৰেবনু" সদৰ আদালতৰপৰা যি কাকত-পত্ৰ আহে সিও বঙালী বা উৰ্দ্দু। সাতে সোতৰাই বঙালী ভাষাই যে এই দেশৰ চলিত আৰু আৱশ্যকীয় ভাষা সেইটো ঠাৱৰ হ'ল, আৰু সেই কাৰণে বঙালী ভাষা প্ৰচলিত হ'ল[৯]।

8. দৰাচলতে, বৰলাটৰ প্ৰতিনিধি (Agent to the Governor-General) পদত অধিষ্ঠিত হোৱাৰ কিছুদিনৰ ভিতৰতে স্কট্ চাহাবে আহোম শাসন কালৰ পুৰুষাণুক্ৰমে হোৱা ডা-ডাঙৰীয়া সকলকে নিযুক্তি দিয়া অতি আৱশ্যক বুলি ভাবি সেইমতে নিয়োগ কৰিছিল। চাওক Barpujari, *Assam : In the Days of the Company* (1980), p. 24.
9. গুণাভি, আসাম বন্ধু, ৯৬ আৰু ৪৬৩ পৃঃ।



নতুনকৈ নিয়োগ কৰা কৰ্মচাৰীসকলৰ কমেইহে তেতিয়া আদালতৰ ভাষা হিচাপে চলা ইংৰাজী বা ফাৰ্চী ভাষা জানিছিল। যেতিয়া ফাৰ্চী লেখক এজন ছুটিত থাকে বা কাম এৰি গুচি যায়, তেতিয়া তেওঁৰ ঠাইত মানুহ বিচাৰি হাবাথুৰি খাব লগা হয় আৰু ধনৰ ভগনো বেছি হয়। গতিকে বংগৰ চৰকাৰে ১৮৩০ চনৰ এপ্ৰিল মাহত ফাৰ্চীৰ ঠাইত অসমত বঙলা ভাষাকে আদালতত প্ৰচলন কৰিলে[10]। এই নতুন কৰ্মচাৰীবিলাকক যেতিয়া ৰাজহ আৰু বিচাৰ এই দুই বিভাগ সম্পূৰ্ণভাবে এৰি দিয়া হ'ল, তেতিয়া তলখাপৰ থলুৱা কৰ্মচাৰীবিলাকৰ কোনো দোষ বা আত্মসাতৰ ঘটনা ধৰা পৰিলেই তেওঁলোকক আঁত-ৰোৱাটো একো টান কথা নহ'ল। ইপিনে তেতিয়াৰ চৰকাৰে খোলা স্কুলবিলাকত বঙলাকে শিক্ষাৰ মাধ্যম কৰি দিয়া হ'ল। কিন্তু বঙলাত শিক্ষা দিবৰ কাৰণে থলুৱা শিক্ষক পোৱা নগ'ল ; গতিকে প্ৰায়বোৰ স্কুলতে বঙালীয়ে কাম নকৰিলে নচলাত পৰিল।

এইদৰে প্ৰায় সকলোবোৰ বিভাগৰে বিষয়-বাববোৰ বংগ দেশৰপৰা অহা ভগনীয়াবিলাকৰ একচেতিয়া সম্পত্তি হোৱাদি হৈ পৰিল। চৰকাৰী চাকৰিৰ বাহিৰে যিবিলাকৰ জীৱিকাৰ আন সংস্থান নাছিল, তেওঁলোকৰ দুৰ্ঘোৰ আপত্তি আৰু বিদ্ৰোহৰ ভাব জাগি উঠিল। আকৌ কোম্পানী শাসনৰ প্ৰথমছোৱাত জ্ঞান-বিবেকহীন বিষয়াবিলাকৰ শোষণ আৰু নিষ্পেষণত অতিষ্ঠ হৈ অসমীয়া মানুহে যেতিয়া ঘৰ-দুৱাৰ এৰি পৰ্বতে-কন্দৰে ঠাই লব হৈছিল, স্বাভাবিকতে সিবিলাকৰ দুখ-দুৰ্গতিৰ সীমা নোহোৱা হৈছিল[11]। এইবিলাকৰ গুৰিতে বিদেশী আমোলাবিলাকেই বুলি সকলোৰে ধাৰণা হৈছিল। ৰবিনছন্ চাহাবৰ মতে অসমীয়া মানুহে বঙালী বুলিলেই জিকাৰ খাই উঠাৰ কাৰণ এইটোৱেই যে, সিবিলাকে অসমলৈ চাকৰী বিচাৰি অহা কিছু অসৎ স্বভাবৰ আমোলাকিটাত বাদে বঙ্গদেশৰ উচ্চ শ্ৰেণীৰ বঙালী

10. *Bengal Political Consultation 1830*, 30 April, Nos. 65-6
11. Barpujari, *Political Histotry of Assam*, ed., p. 15

সকলৰ লগত তেতিয়ালৈকে সংস্পৰ্শ লৈ অহা নাছিল[12]। আনপিনে মধ্য অসমৰ ঘাই বিষয়া মেথীয়ে ( James Matthie ) কোৱাৰদৰে কম সংখ্যক হ'লেও অসমীয়া বিষয়াও কম দায়ী নাছিল : "তেওঁলোকো কম দুৰ্নীতিপৰায়ণ আৰু কম ঘোচ্‌খোৰ নাছিল, তেওঁলোকে মাত্ৰ ধৰা নপৰাকৈ থাকিবলৈ বৰ বেছি সাৱধান হোৱা নাছিল[13]।" দৰাচলতে, নিম্ন পৰ্যায়ৰ বিষয়াবিলাকে, অসমীয়াই হওক বা বঙালীয়েই হওক, কোম্পানী শাসনৰ প্ৰথমছোৱাতে হওক বা স্বৰ্গদেউ পুৰন্দৰ সিংহৰ কমদিনীয়া শাসন কালছোৱাতে হওক, সুবিধা পালেই গ্ৰহণ কৰি, পৰিস্থিতিৰপৰা যিমান পাৰে লাভ আদায় কৰিছিল।

অসমীয়া বুদ্ধিজীবিৰ ভিতৰতে কিছুমানে এতিয়াও ভাবে যে—স্কুল-কচাৰীত বঙলা ভাষা প্ৰবৰ্তন কৰাৰ গুৰিতে আছিল এই আমোলা বিলাকেই[14]। তেনে ধাৰণা যে সম্পূৰ্ণ মিছা আৰু ভিত্তিহীন সেই কথালৈ ইতিপূৰ্বে এই লেখকে আন আন পুথি আৰু ৰাজহুৱা বক্তৃতাত আঙুলিয়াই দিছে। হেমচন্দ্ৰ গোস্বামীয়েও ভাবিছিল :

> অসমৰ ইংৰাজ হাকিমসকলৰ স্বাৰ্থপৰ বঙালী বিষয়াবিলাকৰ টুটকীয়া কথা নুশুনি নিজে বিচাৰ কৰি চোৱা হ'লে, তেওঁবিলাকে কেতিয়াও আমাৰ আদালত আৰু পঢ়াশালিত অসমীয়া ভাষাৰ সলনি বঙালী নুসুমালেহেঁতেন[15]।

12. *AS, File A. C.*, Nos. 507, 1862, Robinson 4 October. *AS* অৰ্থে Assam Secrelariat.
13. Cited in Barpujari, *Assam : In the Days of the Company*, pp. 308-9
14. বেজবৰুৱা, দেবেন্দ্ৰ নাথ ; অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী, ৩৩১-২ পৃঃ ; Neog, D., *New Light of the History of Asamiya Literature*, p. 334 ; ডঃ শইকীয়া, নগেন ( সম্পাদিত ) আসাম বন্ধু ভূমিকা, ০৭ পৃঃ ; গোহাঞিবৰুৱা, পদ্মনাথ ; সভাপতিৰ অভিভাষণ, অসম সাহিত্য সভা, প্ৰথম অধিবেশণ, ১৯১৭ ; বেজবৰুৱা, ঐ, ১৯২৪।
15. গোস্বামী, যতিন ( সম্পাদিত ), পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰছনাৱলী ( ১৯৭২ ), ১৩০ পৃঃ।



পৰিশিষ্টত দিয়া জেন্‌কিন্স চাহাবৰ দিঘলীয়া চিঠিখন এবাৰ চকুফুৰাই চাব পৰা হ'লে হয়তো তেখেতৰদৰে সুচিন্তিত পুৰুষ এজনে ওপৰৰ দৰে অভিযোগ নকৰিলেহেঁতেন। দৰাচলতে ইংৰাজ অহাৰ আগতেই অসমত বঙলা ভাষাৰ প্ৰচলন আছিল। হেমিল্টনে (১৮০৮-১৪) লেখিছে :[16]

> মুদ্ৰা বা চৰকাৰী কাগজে-পত্ৰই ব্যৱহাৰ নহলেও গদাধৰৰ পুত্ৰেক ৰুদ্ৰৰ দিনলৈকে বঙলা ভাষাৰ বেছি সংচালনিকৈয়ে চলিছিল। বৰ্ত্তমান ই আনকি আদালতৰো ভাষা আৰু আওৰংজেবৰ শাসনকালত জনসাধাৰণৰ মাজত যি অবিকৃত অসমীয়া ভাষা চলিছিল, সম্ভৱতঃ সেই ভাষা সোনকালেই লোপ পাব ; সম্প্ৰতি ই এটা মৃত ভাষাই। এতিয়া আৰু পুৰণিতে খামুচি ধৰি থকা সকলেইহে সেই ভাষা পঢ়ে।

গতিকে সুৰেন্দ্ৰ নাথ সেনে তেওঁৰ প্ৰাচীন বাংলা পত্ৰ-সংকলনত উন্নুকিওৱাৰ দৰে গৌৰীনাথৰপৰা চন্দ্ৰকান্তলৈকে আহোম ৰজাসকলে ওচৰচুবুৰীয়া দৰং, কাছাৰ আৰু মণিপুৰৰ শাসনকৰ্তাসকলৰ লগত বঙলা ভাষাতে পত্ৰৰ আদান-প্ৰদান কৰিছিল। চাবলৈ গ'লে, "আহোম, জয়ন্তীয়া আৰু কাছাৰৰ ৰাজসভাৰ মাজত আদান-প্ৰদান হোৱা যি ছখন পত্ৰ তুংখুঙ্গীয়া বুৰঞ্জীত সন্নিবিষ্ট হৈছে, তাৰ ভাষা বংগদেশৰ বাহিৰত চলা বঙলা ভাষাৰ সুন্দৰ নিদৰ্শন ; সেই সময়ছোৱাৰ আৰু তাৰ পিছৰো বঙলা গদ্যত লিখা কোনো কিতাপ-পত্ৰ নোপোৱাত এই চিঠি কিখন বঙলা সাহিত্যৰ বাবে অতি মূল্যবান সম্পত্তি বুলি ক'ব পাৰি"[17]। গতিকে, আহোম ৰাজসভাত অসমীয়াই চলি আছিল যদিও কূটনৈতিক সম্পৰ্কীয় লিখালিখিত বঙলা ভাষা ব্যৱহাৰ কৰা হৈছিল। প্ৰশাসনৰ সুবিধাৰ বাবে কোম্পানীৰ বিষয়াসকলে অসমৰ উজনি নামনি ছুয়োটা খণ্ডৰে আদালতসমূহত বঙলা ভাষাৰ প্ৰবৰ্তন কৰিছিল। জাতীয়তাবোধ হোৱাটো দূৰৰ কথা, প্ৰতিবাদৰে ধ্বনি তুলিব পৰা এটা শিক্ষিত মধ্যবিত্তৰ শ্ৰেণী তেতিয়াও গঢ়ি উঠা নাছিল। ইপিনে মানৰ

16. Bhuyan, S. K. ed. ; Hamilton, Buchanan, *An Account of Assam*, p 6.
17. *Tungkhungia Buranji*, p. xxii.

আক্রমণৰ বিভীষিকা জন-সাধাৰণৰ মনৰপৰা আঁতৰা নাছিল। গতিকে ভাষাৰ কথাটো লৈ তেওঁলোকৰ ত্ৰানকর্তাৰ খং তুলিবলৈ সিবিলাকে সাহস কৰা নাছিল। তাতোকৈ দুখৰ কথা ১৮৭০ চনলৈকে উচ্চ পদস্থ বিষয়াসকলৰ মাজত এই বিষয়ৰ মতানৈক্যতো আছিলেই, উজনি অসমৰ শুদ্ধ অসমীয়াকে অসমৰ স্কুল বিলাকত বঙালীৰ ঠাইত চলাব লাগে নে নেলাগে সেইবিষয়েও অসমীয়া প্ৰজাই একমত হব পৰা নাছিল (পৰিশিষ্ট গ চাওক)। সেই বাবেহে হেমচন্দ্ৰ গোস্বামীয়ে আক্ষেপ কৰিছিল[18] ঃ

> বৰ বেজাৰৰ কথা আজিলৈকে বিদেশীৰ কথাকে নকওঁ অনেক অসমীয়া মানুহৰ মনত ভাষাৰ বিষয়ে বহুত খুকুঁৰি আছে। কোনোৱে কয় অসমীয়া ভাষা এটা বেলেগ সাহিত্য তথা স্বৰন্তৰীয়া ভাষাতো নহলেই, বঙালী ভাষাৰচহা অৱস্থা মাথোন, কোনোৱে ইয়াক এটা বেলেগ ভাষা বুলি স্বীকাৰ কৰিও ইয়াৰ আৱশ্যকতা স্বীকাৰ নকৰে, কোনো কোনোৱে আকৌ ইয়াক এটা বেলেগ ভাষা বুলিও গণ্তি কৰে আৰু ইয়ে অসমীয়া মানুহৰ পক্ষে নিতান্ত লাগতিয়াল তাকো মানে, কিন্তু তাৰ উন্নতি কৰাৰ পক্ষে তেনেই উদাস।

এই কথাটোৱেই বঙালী সমৰ্থনকাৰী বিলাকক প্ৰতি আন্দোলন চলাই যাবলৈ সাহস দিছিল। আমেৰিকান বেপ্টিষ্ট্‌ মিছনেৰী আৰু কেইজনমান আগশাৰীৰ অসমীয়া লোকৰ চলোৱা আন্দোলনে অৱশেষত বংগৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰক এই ভাষাৰ সপক্ষে প্ৰত্যয় নিয়ালে। ইয়াৰ ফলস্বৰূপে ১৮৭৩ চনত অসমৰ স্কুল-কচাৰীত তেওঁ অসমীয়া ভাষাক পুনৰ প্ৰবৰ্তন কৰি তাৰ ন্যায্য স্থানত প্ৰতিষ্ঠা কৰিলে।

অসমীয়া ভাষাই নতুন জীৱন পোৱা কথাটো বাদ দিলেও এই সিদ্ধান্তই আন এটা ডাঙৰ কাম কৰিলে। সেইটো হ'ল অসমৰ জনসাধাৰণৰ শিক্ষাৰ পথ মুকলি কৰিলে। ইয়াৰ পিছতে (১৮৭৪) এটা বেলেগ শিক্ষাধিকাৰ আৰু সঞ্চালালয় গঠন কৰা হ'ল। শিক্ষিত সমাজৰ মুখিয়াল লোকসকলৰ অক্লান্ত পৰিশ্ৰমৰ ফলত সকলো পৰ্যায়ৰে

18. ঐ গোস্বামী, ষষ্ঠিন, ঐ, ৯৫ পৃঃ।



স্কুলৰ সংখ্যা বাঢ়িল আৰু লগে লগে ছাত্ৰ সংখ্যাও বৃদ্ধি হ'ল। ১৮৫২ চনত অসমীয়া স্কুলৰ সংখ্যা আছিল ৭৪ আৰু ছাত্ৰ আছিল ৪০২৫[19]। ১৮৯৭ চনত স্কুলৰ সংখ্যা ২৮০০ লৈ উঠিল আৰু ১৯০২ চনত ৩৫৩৪ হ'ল; তাৰ লগে লগে ছাত্ৰ সংখ্যাও ৮৩,৬৩৮ অৰ পৰা বাঢ়ি ১,০৩,৫৪১ পালেগৈ।[20] এণ্ট্ৰেচ্‌ আৰু আন আন পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যও বাঢ়িল। কটন কলেজৰ সৰ্বপ্ৰথম অধ্যক্ষ ছুদমাৰ্চন চাহাবে (F.W. Sudmersen) মন্তব্য কৰিছে ঃ "ইমান খিনি অসমীয়া ছাত্ৰ এফ, এ পৰীক্ষাত উৰ্ত্তীণ হ'ল আৰু ইমান উচ্চ বিভাগত উৰ্ত্তীৰ্ণ হ'ল যে, অতি আশাবাদী অসমীয়া নেতাসকলেও সিমানখিনি হব বুলি কেতিয়াও কল্পনাই কৰিব পৰা নাছিল।"[21] তেওঁ আশা কৰিছিল অতি কম সময়ৰ ভিতৰতে চৰকাৰী বেচৰকাৰী য'তে নহওক ৰাজহুৱা জীৱনত ভাৰতৰ আন আন প্ৰদেশৰদৰে অসমীয়া ছাত্ৰয়ো নিজ নিজ প্ৰতিভা বিকাশ কৰিব পাৰিব। ছুদমাৰ্চন চাহাবৰ ভবিষ্যতবাণী—আখৰে আখৰে ফলিয়ালে।

ইংৰাজী শিক্ষাৰ আনুসাংগিকভাবে প্ৰচাৰ হ'ল পাশ্চাত্য ভাৱধাৰাৰ। ই এটা শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ সৃষ্টি কৰিলে। সিবিলাকৰ সৰভাগেই বংগদেশীয় বুদ্ধিজীবিৰ (Intellectual) দ্বাৰা প্ৰভাৱান্বিত হৈছিল। যি সকল ইংৰাজী শিক্ষিত ডেকাই অসমবাসীক আধুনিক যুগলৈ আগুৱাই নিবলৈ চিন্তা-ভাৱনা কৰিছিল সেইসকলৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকন আছিল অগ্ৰণী। ১৮২৯ চনত গুৱাহাটীত আনন্দৰামৰ জন্ম হৈছিল। তেওঁৰ পিতৃ আছিল হলিৰাম ঢেকিয়াল ফুকন অসমৰ বুকুলৈ আধুনিকতাৰ সোঁত বোৱাই অনা প্ৰথম জন অসমীয়া। বংগদেশ আৰু অসমৰ মাজত সাংস্কৃতিক আৰু বাণিজ্যিক সম্পৰ্ক বৃদ্ধি কৰাটো

19. *AS: Letter issued to Borad of Revenue 1852*, Jenkins, 17 September, Mills, pp. 8-17.
20. *General Report of the Public Instruction, Assam, 1897-8* and *1902*; see Resolution.
21. *Report on the Progress of Education in Eastern Bengal and Assam*, 1907-8, para 72.

যে কিমান তাৎপর্যপূর্ণ সেই কথা দেশ-ভ্ৰমণৰ অভিজ্ঞতাৰে হলিৰামে বঢ়িয়াকৈ বুজি পাইছিল আৰু তাৰ বাবে তেওঁ সেই সময়ৰ বঙালী আলোচনীলৈ ধাৰাবাহিকভাৱে প্ৰবন্ধ লিখিছিল। তেওঁ অসমৰ বুৰঞ্জী এখন বঙলা ভাষাত লিখি সেইখন বিনামূলীয়াকৈয়ে বিলাই দিছিল। তেওঁৰে ভায়েক যজ্ঞোৰাম আছিল ইংৰাজী শিক্ষা পোৱা প্ৰথম অসমীয়া ; সংস্কৃত, আৰবী, ফাৰ্চী, উৰ্দ্দু আৰু বঙলা ভাষাওঁ তেওঁ ভালকৈ জানিছিল। তেওঁ ব্ৰাহ্ম সমাজৰ সভ্য আৰু ৰাজা ৰামমোহন ৰায়ৰ শিষ্য আছিল আৰু সেইবাবে ধৰ্ম আৰু সমাজ সম্পৰ্কে তেওঁ উদাৰ ভাৱাপন্ন আছিল। সুযোগ্য পিতৃৰ সুযোগ্য পুত্ৰ আনন্দৰামে শিক্ষা লাভ কৰিছিল সেই সময়ৰ বংগদেশৰ প্ৰগতিশীল আৰু উদাৰ ভাৱধাৰাৰ কেন্দ্ৰ হিন্দু কলেজত। ডেকা বয়সতে ডেভিড্ হেয়াৰ, দেবেন্দ্ৰথান ঠাকুৰ, ৰাজা ৰাধাকান্ত দেৱ, ৰামকমল সেন, ৰসময় দত্ত আৰু মাধৱচন্দ্ৰ বন্দ্যোপাধ্যায়ৰ লগত আনন্দৰামৰ চিনাকি হৈছিল আৰু সীতানাথ ঘোষ, মতিলাল শীল, প্ৰসন্ন কুমাৰ ঠাকুৰ, ৰামচন্দ্ৰ মিত্ৰ, শিৱনাথ দত্ত আৰু নবীনচন্দ্ৰ ৰায়ৰ দৰে স্বনামধন্য পুৰুষসকলৰ লগত তেওঁৰ বন্ধুত্ব ঘটিছিল।[22]

বংগদেশত ৰাজা ৰামমোহন ৰায়ে এটা নতুন যুগৰ সূচনা কৰিছিল। তেওঁ ওঠৰ আৰু উনৈশ শতিকাৰ ইউৰোপীয় উদাৰ-মনোভাৱ আৰু মানবীয়তাবাদৰ লগত ভাৰতৰ পোনপটীয়া সম্পৰ্ক স্থাপন কৰিছিল। পাশ্চাত্য শিক্ষাক তেওঁ আদৰণি জনাইছিল আৰু প্ৰাচ্য শিক্ষাৰ পৰিবৰ্তে গণিত, প্ৰকৃতি-দৰ্শন, ৰসায়ন-বিজ্ঞান আৰু আন আন লাগ-তিয়াল বিজ্ঞানৰ শিক্ষা দিয়া এটা উন্নত শিক্ষা-পদ্ধতিকহে বেছি উদ্গনি দিয়া উচিত বুলি ভাৰত চৰকাৰক জনাইছিল। কৌটিকলীয়া জাতিভেদ কুলীন প্ৰথা, সতীদাহ, বাল্যবিবাহ আদিৰ বিৰুদ্ধে থিয় দি তেওঁ নানা ধৰ্ম সংস্কাৰমুলক কাৰ্য্য— বিশেষকৈ ১৮২৮ চনত ব্ৰাহ্মসমাজ প্ৰতিস্থা কৰি বঙ্গদেশত সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক সকলো ক্ষেত্ৰকে সামৰা এটা সৰ্বাত্মক সংস্কাৰ অভিযানৰ তেওঁ আছিল যুগনায়ক।

22. গুণাভি ; আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ পৃঃ ৩৭, ৪০ আৰু ১০৩।



ৰামমোহন ৰায়ৰ দৰে আনন্দৰামো আছিল নতুন যুগৰ প্ৰতিভূ। ১৯৫৩ চনত Observations on the Administration of Assam. (অসমৰ প্ৰশাসন সম্পৰ্কে মন্তব্য) শীৰ্ষক যিখন স্মাৰক-পত্ৰ তেওঁ মিলচ্ চাহাবক দিছিল তাৰ মাজেদি তেওঁৰ প্ৰগতিশীল আৰু উদাৰ মনোভাৱ ফট্‌ফটীয়াকৈ প্ৰকাশ পাইছিল। তেওঁ অৰুনোদইত[24] 'ইংলেণ্ডৰ বিৱৰণ' নামেৰে এটা প্ৰবন্ধ লিখিছিল। সেই প্ৰবন্ধত ঢেকিয়াল ফুকনে ভাৰতক ইংলণ্ডৰ লগত তুলনা কৰি আক্ষেপ কৰিছে যে, ভাৰতীয়সকলে যদিও ইংলণ্ডতকৈ বহুত আগতেই সভ্যতাৰ শীৰ্ষ স্থান পাইছিলগৈ আজি ভাৰত একেবাৰেই পাছ পৰা। দেশবাসীৰ ওচৰত তেওঁ কাতৰ আবেদন জনাইছিল—তেওঁলোকে যেন টোপনি এৰি সাৰ পাই উঠে আৰু কৃষি, উদ্যোগ আৰু বাণিজ্যৰ বিষয়ে জ্ঞান লাভ আৰু উন্নতি সাধনৰ বাবে ইংৰাজসকলে কৰা প্ৰচেষ্টাক নিজৰ আদৰ্শ হিছাপে অনুসৰণ কৰে। তেওঁ কৈছিল ভাৰতীয়ৰ কৃতকাৰ্যতাও অনিবাৰ্য্য যদিহে ভাৰতীয়ই কেৱল নিজৰ কথাকে নাভাবি সমূহীয়া ভাবে গোটেই দেশখনৰ কথা চিন্তা কৰে। তেওঁ ভালকৈ জানিছিল—অসমৰ দৰে এখন কৃষি প্ৰধান দেশত উন্নত কৃষি-পদ্ধতিৰে ৰাইজে বিচৰা বিভিন্ন ধৰণৰ কৃষিজাত সামগ্ৰী উৎপন্ন কৰিব নোৱাৰিলে গাৱঁলীয়া ৰাইজৰ অৱস্থা উন্নতি কৰিব নোৱাৰি। তেওঁ বিদেশী কাৰিকৰীজ্ঞান আৰু যন্ত্ৰপাতি আমদানি কৰিব লাগে বুলি মত প্ৰকাশ কৰিছিল ; কিন্তু প্ৰথম অৱস্থাৰ বাবেহে—অনিৰ্দিষ্ট কাললৈ নহয়। "কোনো জাতিয়ে নিজৰ দেশত উৎপন্ন সামগ্ৰী নোহোৱালৈকে সভ্য জীৱনৰ আশীৰ্বাদ আৰু সা-সুবিধা লাভ কৰিব নোৱাৰে। উৎপাদন বিষয়ক দোষযুক্ত বা অসম্পূৰ্ণ জ্ঞানেৰে কোনো জাতিয়ে ধন আৰু গুৰুত্ব অৰ্জন কৰিব নোৱাৰে।" সেই কালৰ গোৰামিৰ বাবে মানুহে চিকিৎসা-বৃত্তি নিষিদ্ধ কৰি ৰাখিছিল। তেওঁ কৈছিল যে হিন্দুসকলে অতীত কালতে বিকশিত কৰি যোৱা ঔষধ-নিদান পদ্ধতি আমাৰ মানুহে জানিব লাগে ; তন্ত্ৰ-মন্ত্ৰ,

23. নেওগ, মহেশ্বৰ ( সম্পাদিত ), অৰুনোদই, এপ্ৰিল ১৮৪৭, ১৮-৩১ পৃঃ।

কবৰ-তাবিজ আদিৰ পৰা একো লাভ নহয়। তাৰ লগে লগে পাশ্চাত্য চিকিৎসা-বিজ্ঞানৰ সা-সুবিধাৰ কাৰণে লাগতিয়াল পুথি-পাঁজি আৰু যন্ত্ৰ-পাতি থকা চিকিৎসা-বিদ্যালয় স্থাপন কৰিবলৈ পৰামৰ্শ দিছিল।

বংগদেশৰ দৰে অসমতো পাশ্চাত্য প্ৰভাৱ অহাৰ লগে লগে যুগ-যুগান্তৰৰ মূল্যবোধ (traditional values), ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আৰু সাম্প্ৰতিক সমাজৰ গাঠনি সকলোবোৰৰে লাহে লাহে বিলুপ্তি ঘটিবলৈ ধৰিলে। বৰ্তমান শতিকাৰ প্ৰথম দশকতো লক্ষ্মীনাথ বেজবৰুৱাই আক্ষেপ কৰি কৈছিল ঃ[24]

> জাতৰ শৰণ লৈ আমি আমাৰ লৰাক কলিকতালৈ পঢ়িবলৈ পঠিয়াব নোৱাৰোঁ, বিলাতত পঢ়িবলৈ পঠিয়াব নোৱাৰো। আমাৰ অসমীয়াৰ অপৰূপ জাতৰ বাবেই অসমৰ বাহিৰে বামুণ, সজ্জন যেয়ে হওক তেওঁৰে সৈতে খোৱা-লোৱা কৰিব নোৱাৰোঁ। আমাৰ যি জাত নহ'ল জানিবা ভালুকৰ সাঙ্গিহে হ'ল, তাক আমি এৰিবও নোৱাৰোঁ। ধৰিবও নোৱাৰোঁ।

গোৰামি চলি থাকিল, কিন্তু বান্ধন ক্ৰমে ঢিলা হৈ আহিল। ১৯১৩ চনত ৰক্ষণশীল মণিৰামেও মিলছ্ চাহাবৰ ওচৰত আপত্তি কৰিছিল ঃ "সকলোৰে জাত-পাত একেকাৰ কৰাত ৰাইজৰ দুখ-দুৰ্গতি কুলাই-পাচিয়ে নধৰা হৈছে"।[25] ইতিমধ্যে যাতায়াতৰ আৰু যোগাযোগ সুচল হোৱাৰ লগে লগে অৱস্থাপন্ন আৰু সা-সুবিধা থকা অসমীয়া মানুহে বেহাবেপাৰ আৰু উচ্চশিক্ষাৰ কাৰণে প্ৰেচিডেন্সিলৈ যাবৰ কাৰণে কিছু উদগনি পালে। এনে ধৰণৰ সংস্পৰ্শৰ ফলত লাহে লাহে হলেও দুয়োখন প্ৰদেশৰ মানুহৰ পূৰ্বৰ মনোমালিন্য দূৰ হোৱাৰ উপৰিও কিছু মিলাপ্ৰীতিৰ ভাবো দেখা গ'ল। সমসাময়িক গুণাভিৰাম বৰুৱাই লিখিছে ঃ[26]

---

24. বেজবৰুৱা, সুৰভি, ১২২ পৃঃ।
25. *Mills*, see translation of a petition by Moneeram, App.K.B.
26. আসাম বন্ধু, ২য় সংখ্যা, ১৮৮৫, ৯৯ পৃঃ।



> পূৰ্বকালত যিসকল বঙালী বিদেশী আমাৰ দেশলৈ আহিছিল সেই-সকলক সেই কালৰ মানুহে আদৰ কৰি মাটি-বাড়ী, ছোৱালী দি পাতিছিল···সেই কাৰণে আমাৰ দেশৰ অনেক ঠাইত গোতোঙ্গ ঘোষ, ৰামলোচন সেন, ভোলাই বাবু, ডেবেৰা ওচওৱাল পোৱা যায়। ৰামধন মুখোপাধ্যায় আৰু পাহুকী যুগুনীৰ পুতেক গোবিন্দ চন্দ্ৰ দাস, যতি সিং ছত্ৰী আৰু চন্দ্ৰা কলিতানীৰ পুতেক চান্দ সিং এইৰূপ অনেক লোক আছে।

এনে ধৰণৰ মিলন ঘাইকৈ উচ্চ হিন্দুসকলৰ মাজত দেখা গ'ল; বিশেষকৈ তেওঁলোকৰ উছৱ-পৰৱ পালনত, ধৰ্মীয় অনুষ্ঠানত, সাজপাৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, আনকি খাদ্যৰ বিষয়তো। অসমীয়া ডাঙৰীয়াসকলক 'বাবু' বুলি মাতিবলৈ লোৱা হ'ল আৰু এই বাবুসকলৰ পাঞ্জাবী, শ্বাল, বংগদেশৰ শান্তিপুৰী ধুতিলৈ ধাউতি ক্ৰমান্বয়ে বাঢ়িবলৈ ধৰিলে। অসমত বঙলাদেশৰ প্ৰভাব গুণাভিৰামে বৰ্ণনা কৰিছে ঃ

> খোৱা, পিন্ধা, ফুৰা, কথাকোৱা, লিখা-পঢ়া, ধেমালি, সম্ভাৱ ৰক্ষা, বিলাস, আমোদ সকলো বিষয়তে বিদেশী বা বঙালী ৰীতি-নীতি আৰু কাৰ্য্যক্ৰমে আমাৰ ভিতৰ সোমাল···ওখ খাপৰ লোকৰ ভিতৰতে প্ৰথমে পৰিবৰ্তন সোমাবলৈ ধৰিলে। আদক্ষৰীয়া, টেঙ্গাশাক, মাছৰ আঞ্জা, খড়িকাত দিয়া মাছৰ লগলৈ ডাল্না, চাট্নী, মোচাৰ ঘণ্ট, কালিয়া, কাবাব, পোলাও সোমাল। তিল পীঠা, খোলা চাপৰি পীঠা, সান্দহ, দোৱা-ভজা চীড়া, কড়াই গুড়ী, পীঠাগুড়ী, কোমল চাউল, গুড়ৰ লগলৈ ৰুটী, পূড়ী, জিলাপী, সন্দেশ, মতিচূড়, ছানাবড়া আহিল। কপাহী, মুগা পাটৰ চুৰীয়া, বুকুচোলা, আঙ্গা, বচোৱাল, টঙ্গালী, খনীয়াৰ লগলৈ মলমল, তাৰৰ ধুতি, কুৰ্ত্তা, কামিজ, বনিয়ন, চাপকণ চোলা···টুপী, শাল, ৰুমাল, জোতা-মুজা, পাইজামা সোমাল। বিবাহৰ ওজা ভাওনাৰ লগলৈ যাত্ৰা, বাইগান আহিল। লীলামালা, গুণমালা, স্যমন্ত হৰণ, অসমীয়া পদ পুথিৰ ঠাইলৈ আন বঙালী পুথী আহিল··· পাহৰখা দীঘল চুলি অথবা টীকী ৰখাৰ ঠাইত মূৰত চুলি হ'ল···কালৰ গতিত অনেক ন ন কথা আমাৰ মানুহে ল'ব অথবা কৰিব লাগিছে।[27]

---

27. ঐ, ৯৬-৭ পৃঃ।

আনকি ভিতৰুৱা গাৱঁৰ মানুহৰ মাজতো 'সমাচাৰ দৰ্পণ' 'সমচাৰ চন্দ্ৰিকা' আৰু 'মাসিক পত্ৰিকা'ৰ পঢ়ুৰৈ ওলাল। দুৰ্গাপূজা, কালীপূজা, চণ্ডীপূজা, অন্নপূৰ্ণা পূজা চহৰে-নগৰে হ'ল। এইবোৰৰ কিছুমান আহোম ৰাজত্বৰ শেষৰ ফালে অসমত সোমাইছিলহি, এতিয়া য'তে ত'তে হ'ল। অকল ৰাজহুৱা ঠাইতে নহয়, দুই-চাৰি অৱস্থাপন্ন মানুহৰ ঘৰতো। প্ৰায়ে সেই পূজাৰ লগত বংগদেশৰপৰা যাত্ৰা বা নৃত্য-নাটিকা দলৰ আমদানি হ'ল ; আনহে নালাগে সত্ৰীয়া গোসাঁইসকলৰো কোনো কোনোৱে বঙালী যাত্ৰা গান আৰু বাদ্যযন্ত্ৰলৈহে ৰাপ বেছি হ'ল। সিবিলাকৰ মতে "বঙ্গলা নাটৰ বৰ তেজ, অস্কীয়া নাটৰ নিচিনাকৈ আৰু সি মেৰমেৰীয়া নহয়।"[28] গান-বাজনা কৰা, ঢোল বজোৱা, নাচ-গান কৰা মানুহে আহি চহকী মানুহৰ ঘৰত হোৱা উছৱ-পৰ্ব্বৰ আকৰ্ষণ বঢ়োৱা হ'ল। তাতকৈও বেয়া কথা হ'ল—অসমীয়াৰ বাপটিসাহোন বিহুনাচ-বিহুগীতক শিক্ষিত সমাজৰ এটা শ্ৰেণীয়ে উপলুঙা কৰিবলৈ ধৰিলে।[29] বংগদেশৰ দৰে কুলীন প্ৰথা, সতীদাহ, চৰকপূজা প্ৰবৰ্তন নহলেও বেজবৰুৱাৰ লিখনিৰপৰা জনা যায় যে, বঙালীৰ দৰে যৌতুক প্ৰথাৰো কিছু প্ৰবৰ্তন হৈছিল।

বংগদেশত, প্ৰকৃততে কলিকতা চহৰত, পাশ্চাত্য শিক্ষা আৰু সভ্যতাৰ আৰম্ভণ হৈ নৱ-জাগৰণৰ সূচনা হয়। বংগদেশৰ নৱোন্মেষক লগত লুই হেন্‌ৰি ভিভিয়ান ডেৰাজিঅ'ৰ ( Henry Vivian Derozio ) নাম ওতঃ-প্ৰোতভাৱে জড়িত[30]। এই আধা ভাৰতীয় আধা পৰ্তুগীজ লোকজন ১৮১৭ চনত স্থাপিত হোৱা হিন্দু কলেজত ১৯

28. লক্ষীনাথ বেজবৰুৱাই "নোমল" নাটকত বায়নৰ মুখেদি এনে উক্তি কৰিছে ঃ "প্ৰভু জগন্নাথে বিভোৰ হৈ নমুনা দিলে—আৰে নন্দ আইল, নন্দ আইল, নন্দ আইল হুৱা। আৱে দুজন লোক দাড়াই আছে খাই কি নাখায় গুৱা।"

29. ঢেকিয়াল ফুকন, হলিৰাম, আসাম বুৰঞ্জী, ১০৩ পৃঃ ; গোহাঞিবৰুৱা, মোৰ সোঁৱৰণি ৮২ পৃঃ।

30. Majumdar, R. C., *Renascent Bengal*, ch. X



বছৰ বয়সতে সহকাৰী প্ৰধান শিক্ষকৰ পদত নিযুক্ত হৈছিল। শ্ৰেণীত শিকাওঁতে আৰু আলোচনা-বিলোচনাৰ মাজত, ধৰ্ম, মূৰ্তিপূজা, পুৰোহিতালি, মুক্ত ইচ্ছা আৰু স্বাধীনতা সম্পৰ্কে তেওঁৰ নিজা নতুন নতুন আৰু বৈপ্লৱিক ধাৰণাসমূহ ব্যাখ্যা কৰিছিল। ডেৰাজিঅ'ৰ অনুগত-সকলৰ যুবা বঙালী (Young Bengal) বোলা হৈছিল। এইসকলৰ ভিতৰৰ দক্ষিণাৰঞ্জন মুখাৰ্জী, ৰামগোপাল ঘোষ, কৃষ্ণমোহন ভট্টাচাৰ্য, ৰামতনু লাহিড়ী, অমৃতলাল মিত্ৰ আৰু আন বহুতেও ৰাজনৈতিক অৰ্থনৈতিক আৰু সামাজিক বিষয়-বস্তু সম্পৰ্কে উন্নত আৰু কেতিয়াবা কেতিয়াবা উগ্ৰ মতামত পোষণ কৰিছিল। ডেৰাজিঅ'ই বংগ যুৱকৰ অন্তৰত স্বাধীনতাৰ বাবে তীব্ৰ বাসনা আৰু দেশপ্ৰেমভাৱ সুমুৱাই দিছিল। পুৰণি ক্ষয়িষ্ণু ঐতিহ্যৰপৰা মুক্তি পোৱাৰ চিনস্বৰূপে তেওঁ-লোকে গোমাংস আৰু মদ খাবলৈকো কুণ্ঠিত নহৈছিল। এটা ল'ৰাক কালী মন্দিৰলৈ নি কালীগোসাঁনীক সেৱা কৰিবলৈ দিওঁতে সি বোলে মূৰতো নোদোঁৱালেই, গোসাঁনীক "গুড্ মৰ্ণি মেডাম" বুলিহে সম্বৰ্ধনা জনালে। এই কথা লিপিবদ্ধ হৈ আছে। সামাজিক আৰু ৰাজনৈতিক সংস্কাৰৰ উন্নত ধাৰণাসমূহ তেওঁলোকৰ সন্মিলন আৰু কাকত-আলোচনী আদিৰ মাধ্যমেদি আলোচনা আৰু প্ৰসাৰৰ চেষ্টা কৰা হৈছিল। এই মাধ্যমসমূহ আছিল 'একাডেমিক এছচিয়েছন্' ( Academic Association, ১৮২৮ ), 'ছচাইটি ফৰ দি একুইজিছন অৱ নলেজ' ( Society for the Acquisition of Knowledge, ১৮৩৮ ), পাৰ্থেনন' ( Parthenon, ১৮৩১ ) আৰু বেংগল স্পেক্‌টেটাৰ' ( Bengal Spectator, ১৮৪২ ) আলোচনী।[31] এই জাগৰণৰ ঢৌৰ হেন্দোলনি অসমলৈকো বিয়পি পৰিল। আনন্দৰাম ঢেকীয়াল ফুকনে সন্তোষ প্ৰকাশ কৰি হেমচন্দ্ৰ বৰুৱালৈ লেখিছিল ঃ

> বঙ্গদেশত "যুবা বঙ্গালী" নামেৰে এক শ্ৰেণী মানুহ ওলাইছে ; অসমত সিবিলাকৰ দোষ এৰি গুণ লোৱা কিছুমান লোকৰ এটি অঙ্কুৰ হোৱা দেখি মোৰ মন আনন্দেৰে পূৰ হৈছে, আৰু এনে আশা হৈছে যে,

31. Bose, Nemai Sadhan, *Indian Awakening and Bengal*, ch. IV

সেই গজালিটি সোনকালে এজুপি উত্তম গছ হ'ব, আৰু সুগন্ধি ফুল আৰু মধুৰ ফলেৰে আসামৰ শোভা আৰু সুখ বঢ়াব।"[32]

ঢেকিয়াল ফুকনৰ আশা নিৰাশাত পৰিণত হ'ল। বংগদেশৰ দৰেই[33] পৰিবৰ্তনৰ সন্ধিক্ষণত ইংৰাজী শিক্ষিত ডেকাচাম পাশ্চাত্য সংস্কৃতিৰ কোবাল সোঁতত উটি গৈছিল। তেওঁলোকে ইংৰাজী ধৰণ-কৰণ ললে— অকল পছিমীয়া ভাৱধাৰাকে নহয়, সাজপাৰ, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ সকলোকে। কলিকতাৰপৰা ঘুৰি অহাৰ পিছত আনন্দৰামে যেতিয়াই ইউৰোপীয় লোকক দেখা কৰিবলৈ গৈছিল বা এনেয়ে ফুৰিবলৈকে ওলাই গৈছিল, তেতিয়া পটলুং, চাহাবী টুপী আৰু জোতা পিন্ধিহে গৈছিল।[34] যজ্ঞোৰাম আৰু এখোপ চৰা আছিল; আডাম্ হোৱাইটে লিখি থৈ যোৱা মতে, "চাহাবৰ লগত একেলগে খোৱা-পিয়া কৰিবলৈ তেওঁ আপত্তি নকৰে; তেওঁৰ আগত খাদ্য বা পানীয় যিহকে দিয়া হৈছিল তাকে তেওঁ বিনা দ্বিধাই খাইছিল। তেওঁ কলিকতাৰপৰা নানা ধৰণৰ মদ আৰু ইউৰোপীয়ৰ প্ৰিয় খাদ্যসমূহ গোটাই আনিছিল আৰু তেওঁৰ গুৱাহাটীৰ ঘৰখন চকী, মেজ, কাৰ্পেট, অৰ্গেন, চিকমিকীয়া আইনা আৰু আন আন ইউৰোপীয় আচ্‌বাব-পত্ৰেৰে সজ্জিত আছিল।"[35] আনকি অসমীয়া সাহিত্য সম্ৰাট লক্ষ্মীনাথ বেজবৰুৱাৰ দেউতাক, নৈষ্ঠিক দীননাথ

32. বৰুৱা, হেমচন্দ্ৰ ; পাঠমালা, ৮৮ পৃ:।

33. "They becomes very much anglicised and had inordinate fondness for everything English. They adopted western ideas and openly indicated their repugnance to every thing Indian They spoke English, thought in English and humoursly remarked by Bhudeb Mukherjee, probably even dreamed in English." Majumdar, R. C., (ed). *The British Paramountcy and Indian Renaissance*, ii., p. 455

34. গুণাভি, আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত্ৰ, ৪৮ পৃঃ।

35. Cited in Guha, Amalendu, 'Impact of Bengal Renaissance on Assam' (1825-75) *Indian Economic and Social History Review*, p. 292



বেজবৰুৱায়ো তেওঁৰ ইংৰাজী স্কুল-কলেজত পঢ়া পুতেকহঁতে পুৰুষানুক্ৰমে চলি অহা টিকনি ৰখা নিয়ম এৰি নতুন ধৰণে চুলি কটা দেখিও নেদেখা ভাও জুৰি থাকিব লগা হৈছিল।[36] লক্ষ্মীনাথেও তেওঁৰ জীৱন সোঁৱৰণত লিখিছে—তেওঁ বোলে ইউৰোপীয়ৰ দৰে সাজপাৰ পিন্ধিছিল। তেওঁৰ ব্যৱহাৰ-পাতিও আছিল ইউৰোপীয়ৰ দৰে। শিক্ষিত মধ্যবিত্ত সমাজে নাৰীক কেৱল শিক্ষা দিয়াই নহয়, তেওঁলোকক নিঃসংগতাৰপৰাও মুক্তি দিব লাগে বুলি ইচ্ছা প্ৰকাশ কৰাও দেখা গ'ল।[37] ইয়াৰ মাজতে জানিব এটা আশাৰ বেঙণি আছিল যে, পছিমীয়া ধৰণ-কৰণ ললেও অসমীয়া ডেকাসকলৰ থলুৱা ৰীতি-নীতি, আচাৰ-ব্যৱহাৰৰ নাম শুনিলেই উছাপ্‌খাই উঠা নাছিল; আকৌ সংখ্যা কম হোৱাত বংগদেশৰ দৰে অসমত এটা স্পষ্ট শ্ৰেণী হিচাপে তেওঁলোক গঢ় লৈ উঠিব নোৱাৰিছিল।

বিধবা-বিবাহ প্ৰৱৰ্তন, বাল্য-বিবাহ আৰু বহুপত্নিত্বৰ লোপসাধন আৰু নাৰীসকলৰ সাধাৰণ উন্নতি-সাধন এইবিলাকৰ বহুখিনি ব্ৰাহ্মধৰ্মৰ অনুপ্ৰৱেশৰ ফলতে হৈছিল। প্ৰকৃততে এই ধৰ্মই অসমত সিমান শিপাবপৰা নাছিল। উজনি-নামনি অসমত বংগদেশৰ জনদিয়েকে সজোৰে প্ৰচাৰ কাৰ্য চলালেও গুণাভিৰাম বৰুৱা, দেবেন্দ্ৰনাথ বেজবৰুৱা, ঘনকান্ত গোস্বামী, ব্ৰহ্মানন্দ বৰকাকতীৰ দৰে কেইজনমানত বাদে বুদ্ধিজীৱিসকল এই ধৰ্মত দীক্ষিত হোৱা নাছিল।[38] অৱশ্যে এই ধৰ্মৰ আদৰ্শই সিবিলাকৰ মনত কিছু সাঁচ বহুৱাইছিল; আনকি তৃতীয় দশকতে, সেই সময়ত গোৱামিৰ যথেষ্ট আছিল যদিও যাদুৰাম

36. গোস্বামী, যতিন ( সম্পাদিত ) লক্ষ্মীনাথ বেজবৰুৱা, মোৰ জীৱন সোঁৱৰণি ১৩, ১৮-৯, ৮৮, ১১৪ আৰু ১৩৫ ; আসাম বন্ধু, চতুৰ্থ সংখ্যা, ১৮৮৫, ১২৫ পৃঃ।

37. শৰ্মা, ডঃ সত্যেন্দ্ৰ নাথ ( সম্পাদিত ) মৌ, ডিচেম্বৰ, ২ আৰু ৭ পৃঃ।

38. ১৮৯১ ৰ পৰা ১৯০১ লৈ চেন্সাচ্ অনুযায়ী সিবিলাকৰ সংখ্যা ২৩৯ ৰ পৰা ৩৬০ জন হৈছিল। *Census Report* 1901, p. 46.

বৰুৱাই বিধৱা-বিবাহ চলাব লাগে বুলি মত প্ৰকাশেই কৰা নহয় নিজেই এগৰাকী বিধবাক বিয়াও কৰাইছিল।[39] বিধবা-বিৱাহৰ কথাটো আটাইতকৈ বেছি জোৰেৰে সমৰ্থন কৰিছিল আনন্দৰামৰ সম্পৰ্কীয়া গুণাভিৰাম বৰুৱা আৰু সেই সময়ৰ অসমৰ ঘাই সমাজ-সংস্কাৰক হেমচন্দ্ৰ বৰুৱাই। গুণাভিৰামে হিন্দু কলেজৰপৰা শিক্ষা লাভ কৰিছিল। তেওঁ ব্ৰাহ্ম ধৰ্মাৱলম্বী আছিল আৰু বংগদেশৰ শ্ৰেষ্ঠ সমাজ-সংস্কাৰক ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ দ্বাৰা বহুদূৰ প্ৰভাৱান্বিত হৈছিল। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ কথাতে ভাৰত চৰকাৰে ১৮৫৬ চনত বিধবা-বিবাহ আইন প্ৰৱৰ্তন কৰিছিল। কলিকতাৰ সুকীয়া ষ্ট্ৰীটত অনুষ্ঠিত হোৱা প্ৰথম বিধৱা-বিবাহখনত গুণাভিৰাম উপস্থিত আছিল বুলিও কোৱা যায়।[40] কেইখনমান বঙালী নাটক— 'বিধৱা-বিবাহ' (ইউ. চি. দত্ত), 'বিধৱা মনোৰঞ্জন' (আৰ. এম. মিত্ৰ) —পঢ়িয়েই হয়তো তেওঁ প্ৰথম অসমীয়া আধুনিক নাটক 'ৰাম-নৱমী' লিখিবলৈ প্ৰেৰণা পাইছিল। এই নাটকত তেওঁ দেখুৱাইছিল বিধৱাক সদায় বিধৱা কৰিয়ে ৰখাৰ সম্পৰ্কে চিন্তা-ভাবনা কৰাৰ আৱশ্যক হৈছে। উদাহৰণতকৈ আদৰ্শ ভাল বুলি ঠাৱঁৰ কৰি গুণাভিৰামে নিজেও এগৰাকী বিধৱা বিবাহ কৰাইছিল আৰু জীয়েককো গিৰীয়েক ঢুকোৱাৰ পাছত আকৌ বিয়া দিছিল।[41]

আনন্দৰাম-গুণাভিৰামৰ দৰে কলিকতাত উচ্চশিক্ষা লাভ নকৰিলেও অসমীয়া ভাষা-সাহিত্যৰ ওজা আৰু সমাজ সংস্কাৰক হেমচন্দ্ৰ বৰুৱাৰ ওপৰতো বংগীয় নৱজাগৰণৰ কিছুদূৰ প্ৰভাৱ পৰিছিল। সবল যুক্তিৰে বিধবা-বিবাহ সমৰ্থন কৰি তেওঁৰ আত্মজীৱন-চৰিতত লেখিছে ঃ[42]

> "বিধবাৰ বিয়াৰ মই পক্ষপাতী ; কিন্তু মই এনেকৈ নকওঁ যে তিৰোতা ৰাৰী হলেও অৱশ্যে আকৌ বিয়া কৰিব বা দিব লাগে। মোৰ মতে বিধৱাৰ বিয়াৰ দুৱাৰত যি এডাল ডাং আছে সি গুচি বাটটো মুকলি হ'ব লাগে। সেয়ে হ'লে এতিয়া যেনেকৈ ঘৈণীয়েক মৰা মতাই ইচ্ছা আৰু সুচল হ'লে অবাধে পুনৰ বিয়া কৰে, তেনেকৈ গিৰীয়েক মৰা তিৰোতায়ো কৰিব। যিবিলাক ছোৱালী ফুলতে ৰাৰী হয় বা সন্তান হোৱাৰ আগেয়ে স্বামীক হেৰুৱায়, সেইসকলৰ বিবাহ প্ৰশস্ত।"

39. শৰ্মা, বেণুধৰ, অৰ্ধাৱঙ্গী, ১১০ পৃঃ।

40. Neog, Dimbeswar, *New Light in the History of Asamiya Liteaature*, p. 376.

41. ভট্টাচাৰ্য্য, যতীন্দ্ৰ মোহন (সম্পাদিত) ৰাম নৱমী নাটক, পাতনি, ৪ পৃঃ।

42. গোস্বামী, অসমীয়া সাহিত্যৰ চানেকী, ৩য় ভাগ, প্ৰথম খণ্ড, ১৭৭ পৃঃ।



শিক্ষিত ডেকা চামক কুসংস্কাৰ আৰু দেশাচাৰৰ দাস হৈ নাথাকি বিধবা-বিবাহৰ বাটটো বহলাবলৈকো তেওঁ আহ্বান জনায়। সিবিলাকক তেওঁ সকিয়াই দিছিল ঃ

> পূজনীয় বিদ্যাসাগৰে বিধৱা-বিবাহ যে শাস্ত্ৰ-সিদ্ধ ইয়াকে প্ৰমাণ কৰিয়েই মনে মনে নাথাকিল। আপোনাৰ পুতেকৰ সৈতে বিধবাৰ বিয়া দিলে। কালৰ সোঁতত তেওঁ উটি গ'ল ; কিন্তু তেওঁ বালিত তেওঁ যি খোজৰ সাঁচ থৈ গ'ল সি চিৰকাললৈকে থাকিব। লুপ্ত নহয় ; সেই খোজৰ পাচত চলোতা মানুহ আমাৰ দেশত ওলাব কেতিয়া ? প্ৰতিধ্বনিয়ে সুধিছে কেতিয়া ?

'অনেক বিয়া কৰা অযুগুত' শিৰোনামাৰে 'অৰুনোদই'ত কোনোবা এজন "সোণাৰ চাদে" লিখা প্ৰবন্ধত প্ৰচলিত বহু-পত্নী প্ৰথাক তীব্ৰ আক্ৰমণ কৰিছে। এই লেখকজন হেমচন্দ্ৰ বৰুৱাৰ বাহিৰে আন কোনো নহয় বুলি ধাৰণা হয়। পৰবৰ্তী লিখক বেণুধৰ ৰাজখোৱাৰ "তিনি ঘৈণী" নাটকতো বহু-বিবাহৰ কুফল প্ৰকাশ পাইছে।[43] হেমচন্দ্ৰ বৰুৱাই তেওঁৰ ব্যঙ্গ ৰচনা "বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰি"ৰ মাজেদি অসমীয়া সমাজৰ বিশেষকৈ পুৰোহিত শ্ৰেণীৰ চলি থকা কুকাৰ্যবোৰ উদঙাই দেখুৱাইছে। লক্ষ্মীনাথ বেজবৰুৱাৰ 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা' আৰু 'কৃপাবৰ বৰুৱাৰ ওভোটনি'তো অসমীয়া সমাজৰ কুকাৰ্যবোৰৰ উল্লেখ আছে।

কানিৰ প্ৰতি আসক্তিয়ে অসমীয়া সমাজক খুলি খুলি খাইছিল। সংস্কাৰকসকলে ইয়াকো লক্ষ্য নকৰাকৈ নাছিল। কানিৰ মাৰাত্মক কুফললৈ আঙুলিয়াই হেমচন্দ্ৰ বৰুৱাই লিখি গৈছে ঃ[44]

43. গোহাঞিবৰুৱা, জীৱনী সংগ্ৰহ, ২য় খণ্ড ৪৮ পৃঃ।

44. বৰুৱা, হেমচন্দ্ৰ ; কানীয়াৰ কীৰ্ত্তন, ৬০ পৃঃ।

"কেপা-কানি বিহৰ শেষ
কানীয়াৰ নাই জ্ঞানৰ লেষ ॥
হায় ! হায় ! কি, মোৰ ক্লেশ।
কানিয়েই খালে অসম দেশ ॥

আবকাৰী কানি আনি অসমত সুমুওৱা হ'ল। তাৰ পিছত সেই কানিৰ দাম লাহে লাহে বাঢ়ি গৈ কোনোবাখিনি পালে। ফলত কানীয়া-হঁতৰ অৱস্থা লাও-লোৱা হ'লগৈ। চৰকাৰৰ অনুগত চাকৰিয়াল হৈও আনন্দৰামে কানি সম্পৰ্কীয় চৰকাৰী নীতিক সমালোচনা কৰিছিল। এই কু অভ্যাসটো এৰুৱাবলৈ চৰকাৰী কানিৰ যোগান একেবাৰেই বন্ধ কৰি দিবলৈ আৰু কানি খেতি কৰা মাটিত বেছি খাজনা বহুৱাই কানি-খেতি নিয়ন্ত্ৰণ কৰিবলৈ মিলছ্-অৰ ওচৰত পৰামৰ্শ দাঙি ধৰিছিল[45]। ১৮৯১ চনত কানি সম্পৰ্কে গঠন কৰা ৰাজকীয় আয়োগৰ (Opium Enquiry Commission) আগত সাক্ষ্য দি গুণাভিৰামে কানি একেবাৰেই উঠাই দিব লাগে বুলি দাবী কৰিছিল, কাৰণ কানীয়াবিলাকে নিজেই অনুভৱ কৰিছিল যে কানীয়া শব্দটো সিহঁতক হেয়-জ্ঞান কৰিবলৈহে ব্যৱহাৰ কৰা হয়। আগতে উন্মুকিয়াই অহা হৰিবিলাস আগৰৱালাই তেওঁৰ মত সমৰ্থন কৰিলে[46]। জগন্নাথ বৰুৱাৰ নেতৃত্বত 'যোৰহাট সাৰ্বজনিক সভাই' কানি একেবাৰেই উঠাই দিয়াৰ বিৰুদ্ধে মাত মাতিছিল, কাৰণ তাকে কৰিলে কানীয়া বিলাকে মদ খাবলৈ ল'ব— যিটো কানিতকৈও অপকাৰী। এই ধৰণৰ মতানৈক্যৰ কাৰণে ৰাজকীয় আয়োগে একো কৰিব নোৱাৰিলেগৈ। কিন্তু ৰাইজৰ মাজত ই এটা চেতনা জগাই তুলিলে যাৰ ফলত কেইবাখনো জিলাত কানি-নিবাৰণী সভা গঠিত হবলৈ ধৰিলে[47]।

ভাৰতবৰ্ষৰ আন আন ঠাইৰ দৰে অসমত অস্পৃশ্যতা নাছিল।

45. Mills, Appendix, J. p, XLIV.

46. *Report on the Royal Commission on Opium*, 1893-4, Vol. 2, pp. 186-8

47. গোহাঞিবৰুৱা, মোৰ সোঁৱৰণি, ৪৭ আৰু ৫০ পৃঃ।



ব্ৰহ্মপুত্ৰ উপত্যকাত অস্পৃশ্যতা একেবাৰেই নথকাটো তাতপৰ্য্যপূৰ্ণ। সেয়া হৈছিল অসমৰ ব্ৰাহ্মণসকলৰ উদাৰ মনোভাৱ[48] আৰু সৰ্ব-প্ৰধান বৈষ্ণৱ ধৰ্মপ্ৰচাৰক আৰু সমাজ সংস্কাৰক শংকৰদেৱৰ শিকনিৰ প্ৰভাৱত। অৱশ্যে সামাজিক পৰ্যায় ক্ৰমত উচ্চ আৰু নীচ— তথা অনুন্নত জাতিৰ মাজত পাৰ্থক্য আছিল। প্ৰথমতে উল্লেখ কৰা সকলে অৰ্থাৎ ব্ৰাহ্মণ, কায়স্থ, কলিতা আৰু আহোম সকলে পাশ্চাত্য শিক্ষা অৰ্জন কৰি ডোম বা নদীয়াল, বৃত্তিয়াল, হাৰী, সূৰী, যুগী আদি নিম্নতৰ জাতিৰ প্ৰতি উদাসীন হৈ বিদেশী চৰকাৰৰ অনুগ্ৰহত সুবিধা-জনক পদ-মৰ্য্যাদা লাভ কৰিছিল। এই অনুন্নত জাতিসমূহৰ অৰ্থ-নৈতিক আৰু সামাজিক ক্ষেত্ৰত আছিল পিছপৰা ; সিবিলাকে সমাজৰ উন্নত স্তৰলৈ যাবলৈ সকলো প্ৰকাৰে চেষ্টা কৰিছিল আৰু শতিকাৰ শেষৰফালে বহুদূৰ কৃতকাৰ্য্যও হৈছিল ; সিবিলাকৰ কিছুমানে কাষৰীয়া বংগদেশৰ সতীৰ্থসকলৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল।

অসমৰ ডোমসকলক ভাৰতৰ আন ঠাইৰ দৰে মৰা শ' গুচোৱা বুলি ঘৃণাৰ চকুৰে চোৱা হোৱা নাছিল। তেওঁলোকক বৌদ্ধধৰ্মৰপৰা ধৰ্মান্তৰিত হোৱা শেষ অসমীয়া বুলি ধাৰণা কৰা হৈছিল। খেতি-বাতিৰ উপৰি নৌ-পৰিবহন, মাছমৰা আৰু মাছৰ কাৰবাৰ সিবিলাকৰ এক-চেতিয়া ব্যৱসায় আছিল।[49] যোৱা শতিকাৰ শেষৰফালে এই সম্প্ৰদায়ৰ উন্নত অংশই (হালিক) বংগদেশৰ সমগোষ্ঠীৰ দ্বাৰা অনুপ্ৰাণিত হৈ যুগ-যুগান্তৰ চলি অহা বৃত্তি এৰি নিজকে "মহিষ্য বিষয়া" বুলি

48. ইয়াৰ কাৰণ ঘাইকৈ ধৰ্মীয় দৃষ্টিভংগীত উদাৰ আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাৰ ওপৰতে সিবিলাকে নিৰ্ভৰ কৰিছিল। বেপিষ্ট সচিব চলম'ন পেকে (Professor Soloman Peck) নিৰপেক্ষভাবে মন্তব্য কৰিছিল ঃ
"Compared with the Bangalis···the Assamese though devo tees of the same faith be regarded as more hopeful inas-much with there is less inveterate and priestly power more lightly held."

49. Barpujari, *Assam : In the Days of Company*, p. 304,; Hali-ram, *op. cit.* pp. 88-9, *Cenus Report*, 1901, p. 140.

পৰিচয় দিছিল।[50] অসম চৰকাৰে মাছ ব্যৱসায়ী (জালিক) সকলক নদীয়াদল বা "পাতনি" বোলাত আপত্তি নকৰিছিল যদিহে বংগদেশৰ "ডোম" সকলৰ পৰা তেওঁলোকৰ এটা সুকীয়া সম্প্ৰদায় কৰাটোৱে সিবিলাকৰ মূল উদ্দেশ্য।"[51] কিছুদিনৰ পাছতে এই সম্প্ৰদায়ৰ লোকে তেওঁলোকক কৈৱৰ্ত বুলিব লাগে বুলি এখন স্মাৰকপত্ৰ দিয়ে। কিন্তু ১৯১১ চনত চৰকাৰে সেই আবেদন নাকচ কৰিছিল। যি নহওঁক গোলাঘাটৰ নগোৰা সত্ৰৰ দিহিঙীয়া গোঁসাইৰ অনুমোদন পাই তেওঁ পিছৰবাৰ লোক-গণনাত তেওঁলোকক সেই বুলিয়েই স্বীকৃতি দিছিল।[52] সুঁৰীবিলাকে আগৰ কালত মদ তৈয়াৰ আৰু বিক্ৰী কৰিছিল; সেইবাবে অসমীয়া সমাজত তেওঁলোকক অনুন্নত সম্প্ৰদায় হিচাপে ধৰা হৈছিল। বংগদেশৰ সুঁৰীবিলাক (সাহা) আছিল চহকী আৰু শ্ৰীগৌৰাংগৰ শিষ্য। তেওঁলোকক দেখি অসমৰ সুঁৰীবিলাকে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিলে আৰু খেতি-বাতি কৰা হ'ল; শতিকাৰ শেহৰ ফালে তেওঁলোকেও নিজকে সৰু কলিতা বুলি চিনাকি দিবলৈ বিচাৰিলে; ইয়াৰ যুক্তি দেখুৱালে যে, তেওঁলোকৰ কোনোকালে

50. *AS : Home B. March 1901,* Nos. 127-33 ; see represen tation of Ram Chandra Pathak cited in Bimal Deb and Dilip Lahiri *Cosmogony of Caste and Social Mobility tn Assam.* p. 21.

51. *Census Report 1901,* Part I, Vol. IV, pp. 124, 131 and 140

52. "In consultation with the Hon'ble Colonel P.R.T, Gordon and the Hon'ble Members of the Legislative Council Srijut Manik Chandra Barua, Rai Bhooban Ram Das Bahadur, as well as the principal Gossains, Brahmins and Pandits of this province…have given to the members of the *Jatiya Unnati Sadhini Sabha* in Majagaon, North Gauhati, Kamrup, written permission to designate themselves as "Kaivartas and they have accordingly been styling Kaivartas." Petition from the Dihingia Goswain of Nogora Satra, Golaghat, dated 10. 1. 21 ; *Revenue B., 1921 ; February Nos. 1-5.*



মদৰ লগত সংশ্ৰৱ হোৱা নাই আৰু চাল-চলন, ৰীতি-নীতিত তেওঁলোক কলিতা, কেওঁট, কোচ আদিৰ পৰা বেলেগ নহয়।[53] এই উপাধি সলনিৰ কথাটোত জিলাৰ বিষয়া সকল একমত নহল।[54] এইক্ষেত্ৰটো আউনিআটি, দক্ষিণপাট, গড়মূৰ, কুৰুৱাবাহীৰ গোঁসাই-সকলৰ সমৰ্থন পাই পুৰ্ববংগ আৰু অসমৰ লেফ্‌টেনেন্ট গৱৰ্ণৰে এই প্ৰস্তাৱত আপত্তি নকৰিলে, যদিহে এই সম্প্ৰদায়ক 'সৰু কলিতা" বুলি সকলোৱে মানি লবলৈ ইচ্ছা প্ৰকাশ কৰে।"[55]

আহোম যুগত হাৰীসকলে আলি-পদূলি পৰিস্কাৰ কৰা আদি জামাদাৰৰ কাম কৰিছিল বুলি কোনো কোনো বুৰঞ্জীয়ে কয়।[56] তেওঁ-লোকৰ এভাগে খেতি-বাতি আৰু সোণাৰীৰ কামো কৰিছিল, সেইবাবে ইয়াতো উইলিয়াম হাণ্টাৰে তেওঁৰ Statistical Accounts (পৰিসংখ্যাৰ হিছাপ) পুথিত (1879, 1242) এই শ্ৰেণীৰ দুটা ভাগৰ কথা কৈছে আৰু এটাই "এতিয়াও কোনো কোনো ঠাইত উপৰিপুৰুষৰ

53. গুণাভি, আসাম বুৰঞ্জী, ১৭৮ পৃঃ ; হলিৰাম, আসাম বুৰঞ্জী ৮৮ পৃঃ ; *AS, Genaral B, May 1907, Nos, 270-96 :* Memorial of the Soundi people of Nowgong to Lieutenent Governor of of Bengal.

54. অসম উপত্যকাৰ কমিছনাৰ, কামৰূপ, নগাঁও, দৰং, লক্ষীমপুৰৰ ডেপুটি কমিচনাৰ আৰু বৰপেটাৰ চাৱ ডিভিজনেল অফিচাৰ সকলে পৰিৱৰ্তনটো সমীচীন হব বুলি ভাবিছিল আৰু শিৱসাগৰৰ ডেপুটি কমিচনাৰে আপত্তি নাই বুলি কৈছিল। ডিব্ৰুগড়ৰ অবৈতনিক বিচাৰপতি (Honorary Magistrate) যাদুৰাম বৰুৱাই এটা মধ্যম পন্থাৰ পৰামৰ্শ দিছিল যে 'সৰু কলিতা' নুবুলি 'সুৰী কলিতা' বুলিব লাগে।

55. ঐ, ২১ মে'ৰ লেফটেনেন্ট গৱৰ্ণৰৰ উত্তৰ চাওক।

56. হলিৰাম, ঐ ৮৯ পৃঃ ; গুণাভি, ঐ, ১৮০ পৃঃ ; Hamilton, *An Account of Assan,* p. 55. কাশীনাথ তামুলীফুকনৰ আসাম বুৰণ্‌জি'ৰ মতে (২৮ পৃঃ) তাঁতী আৰু সোণাৰি 'বৃত্তিয়াল মানুহ' প্ৰতাপ সিংহৰ দিনত কোচৰাজ্যৰ পৰা আহিছিল। সিফালে দেওৰাই আসাম বুৰঞ্জীমতে (১৩০ পৃঃ) মোমাই তামূলী বৰবৰুৱাই "ডোম, হাৰি"কো আন আন সম্প্ৰদায়ৰ দৰে পাইক হিছাপে পাতিছিল।

বৃত্তিকে অৱলম্বন কৰি আছে বুলিও লেখিছে।" ১৮৯১ চনৰ লোক-গণনায়ো তাকে দোঁহাৰিছে। তাত আৰু কোৱা হৈছে যে," এই দুইভাগ মানুহে একেলগে খোৱা-বোৱা নকৰে আৰু তেওঁলোকৰ মাজত বিয়া-বাৰুও নহয়।" এইটো তেওঁলোকৰ সামাজিক মৰ্যাদাৰ এটা মুচিব নোৱাৰা কালিমা বুলি গণ্য কৰি গুৱাহাটীৰ 'বৃত্তিয়াল বনিয়া সভা'ই দাবী কৰিলে যে ঃ

> জাতি-গোষ্ঠী হিছাপে তেওঁলোক আৰ্য্যসকলৰ সতি-সন্ততি আৰু তেওঁলোকে কেতিয়াও জামাদাৰৰ কাম কৰা নাছিল। সেইকাম সাধাৰণতে আদিবাসীবিলাকেহে কৰিছিল...স্মাৰকপত্ৰ দাখিল কৰা সকল সোণাৰী বৃত্তিৰ লোক...তেওঁলোকক বৃত্তিয়াল বুলি জনা যায় অৰ্থাৎ কোনো এটা বৃত্তি অৱলম্বন কৰা লোক।[57]

বৃত্তিয়াল-বনিয়া সকলেও অসমৰ কেইবাজনো ধৰ্মগুৰু, আৰু ব্ৰাহ্মণ-অব্ৰাহ্মণ আভিজাত্য লোকৰ সমৰ্থন লাভ কৰিবলৈ সমৰ্থ হয়।[58] ১৯০১ চনৰ লোকগণনাৰ অধিক্ষকে যেতিয়া দেখা পালে যে এই সম্প্ৰদায়ৰ লোক-সকলে পূৰ্বৰ গণনামতে যি বৃত্তিকে নকৰক, সেইসময়ত কেৰানি-মহৰী, সোণাৰী আৰু খেতিবাতি কৰিয়ে জীৱিকা নিৰ্বাহ কৰিছে। গতিকে তেওঁ সিবিলাকৰ ইচ্ছা পূৰণ নকৰাকৈ নোৱাৰিলে। ইয়াৰ বাবে লোকগণনাত হাৰীৰ সংখ্যা ৪৮৯০ জনত পৰিলগৈ, পূৰ্বৰ (১৮৯১) গণনাত আছিল ১৩,৬২০ জন। এইদৰে ব্ৰহ্মপুত্ৰ উপত্যকাত

> কায়স্থ-কলিতা সকলেও গণকৰ ওপৰলৈ উধাবলৈ চেষ্টা কৰিলে। কলিতাসকল হ'ল কায়স্থ। ডোম সকলেও নদীয়ালৰ পৰিবৰ্ত্তে জালিয়া কৈৱৰ্ত্ত হবলৈ বিচাৰিলে; সিফালে নদীয়ালৰ লগত ভুল বুজা-বুজি হোৱাৰ ভয়ত কেওঁটসকলে মাহিষ্য-বৈশ্য নামে পৰিচয় দিয়া হল।' হাড়ীসকলটো (ইতিমধ্যে) বৃত্তিয়াল বনিয়াত পৰিণত হ'ল।[59]

57. *AS : General II C, November 1900, Nos. 111-149* ; see the Memorial, Secretary Brittiyal-Baniya Sabha, Gauhati, 15 September 1900.

58. এই সম্প্ৰদায়ৰ স্বাৰ্থৰ অনুকূলে মত দিয়া সকলৰ ভিতৰত উল্লেখযোগ্য আছিল অৱসৰপ্ৰাপ্ত মুন্সিফ দীননাথ শৰ্মা, আহোম ৰাজ পৰিয়ালৰ কেশৱ কান্ত সিংহ গুৱাহাটী হাইস্কুলৰ শিক্ষক চন্দ্ৰমোহন গোস্বামী, কালীপ্ৰসাদ চলিহা, নৰোৱা আৰু পুনিয়া সত্ৰাধিকাৰসকল।



জনসাধাৰণৰ সামাজিক আৰু ধৰ্মীয় সংক্ৰান্ত বিষয়ত বৃটিছ চৰকাৰে সাধাৰণতে নিৰপেক্ষ নীতিকে অৱলম্বন কৰিছিল। সেইকাৰণে যোৱা শতিকাৰ শেষৰ পৰা যি সামাজিক উৰ্দ্ধগতিৰ আৰম্ভণি হল, সি অবাধে চলিয়েই থাকিল। সন্তোষৰ কথা—অসম উপত্যকাত উচ্চ শ্ৰেণীৰ লোকসকলে অধিকাংশই সময়ৰ সংকেত বুজি সামাজিক মৰ্য্যাদাক্ৰমৰ পৰিবৰ্ত্তন প্ৰক্ৰিয়াত প্ৰতিকূলে নগৈ সমৰ্থনহে জনাইছিল।

ভাষা-বিবাদটো শাপেই বৰ হ'ল। লক্ষ্মীনাথ বেজবৰুৱাই ঠিকেই কৈছে ঃ

> গৱৰ্ণমেণ্টৰ বিষয়া বা বাহিৰা লোকৰ নিষ্ঠুৰ আক্ৰমণত একপ্ৰকাৰে চাবলৈ গ'লে অসমীয়া ভাষাৰ ভালেমান উপকাৰ হ'ল।...তেওঁবিলাকৰ শাপ অসমীয়া ভাষাৰ কাৰণে বৰ, তেওঁবিলাকৰ নাগ-পাশৰ বান্ধ আমাৰ ভাষাৰ পক্ষে পৰম প্ৰসাদ। অসমীয়া ভাষাৰ বিৰুদ্ধবাদীসকল পৰোক্ষ-ভাবে অসমীয়া ভাষাৰ বন্ধু ; তেওঁবিলাকে চোকা লাং চিঙেৰে অসমীয়া ভাষাৰ কুমত যিমান খুচিব, অসমীয়া ভাষা সিমান বেগেৰে উন্নতিৰ বাটত আগ বাঢ়িব।...বছৰচেৰেকৰ আগেয়ে এবাৰ শ্ৰীহট্টিয়া ডেকা জনচেৰেকে অসমীয়া ভাষা আক্ৰমণ কৰি ইংৰাজী বাতৰি কাকতত খনদিয়েক চিঠি লিখিছিল। তাৰদ্বাৰা যে আমাৰ ভাষাৰ কিমান উপকাৰ হ'ল বৰ্ণাই শেষ কৰিব নোৱাৰি।[60]

ইয়াৰ ফলস্বৰূপে ইংৰাজী শিক্ষিত অসমীয়াসকলে অসমীয়া ভাষা-সাহিত্যক, বিশেষকৈ স্কুলৰ সকলো পৰ্যায়ৰ পাঠ্যপুথিৰ বৃদ্ধি আৰু সেইবিলাক আধুনিক ৰূপত গঢ়ি তুলিবলৈ অনুপ্ৰাণিত হৈছিল; তাতোকৈ কলিকতাত ১৮৮৮ চনত 'অসমীয়া ভাষা উন্নতি-সাধিনী সভা' (অ.ভা উ.সা.) প্ৰতিষ্ঠা আৰু তাৰ পাছৰ বছৰতে ইয়াৰে মুখপত্ৰ "জোনাকী"ৰ প্ৰকাশে অসমীয়া ভাষা-সাহিত্যৰ এটা নতুন যুগৰ প্ৰবৰ্তন

59. *Census Report, p.* 1901, pp. 117 and 125.

60. গোস্বামী, যতিন (সম্পাদিত), বেজবৰুৱা প্ৰৱন্ধ বাহনি ; 'অসমীয়া ভাষা', জোনাকী, ১৮১৬-১৭ শক, ১৩-১৪ পৃঃ।

কৰিলে। "অৰুনোদই" আৰু "জোনাকী" কাৰ্যতঃ দুটা আন্দোলনৰ মুখপত্ৰ। প্ৰথমখন আছিল অসমীয়াৰ অধিকাৰ কাঢ়ি নিয়াৰ বঙালীৰ যি প্ৰচেষ্টা তাৰ বিৰুদ্ধে আৰু আনখন হ'ল অসমীয়া ভাষাৰ উদ্ধাৰৰ পাছত তাক শক্তিশালী কৰাৰ সপক্ষে।"[61] চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, লক্ষ্মীনাথ বেজবৰুৱা এই ত্ৰিমূৰ্তিয়ে—এজনৰ পাছত এজনে সম্পাদনা কৰা 'জোনাকী', বংগৰ 'বংগদৰ্শন'ৰ দৰেই শ্ৰেষ্ঠ লেখকসকলৰ সাহিত্য-চৰ্চাৰ থল আছিল। এইসকল লেখকেই শতিকাৰ শেষছোৱাত অসমীয়া সাহিত্যত নৱজাগৰণৰ সূচনা কৰিছিল।[62] সিবিলাকে বংগদেশৰ সমসাময়িক লেখকসকল—বিহাৰীলাল চক্ৰবৰ্তী, হেমচন্দ্ৰ বন্দোপাধ্যায়, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, মাইকেল মধুসূদন দত্ত, ভূদেৱ মুখোপাধ্যায়, নবীনচন্দ্ৰ সেন আৰু বংকিমচন্দ্ৰ চট্টোপাধ্যায়ৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল; আকৌ এই লেখকসকল অনুপ্ৰাণিত হৈছিল ইংৰাজী সাহিত্যৰদ্বাৰা—"তেওঁলোকৰ দৃষ্টিভংগী আৰু মনোভাৱত আৰু লিখন-ৰীতি আৰু শব্দচয়নত।"

পাশ্চাত্য প্ৰভাৱৰ ফলত অসমীয়া সাহিত্যত গীতি-কবিতাৰ (lyric) আৰম্ভণি হ'ল আৰু ইয়াৰ পৰিচয় পোৱা যায় ভোলানাথ দাসৰ (১৮৫৮–১৯১৯) 'মেঘ' আৰু 'কিয়নো নাজাগে আমাৰ মন' কবিতাত। একেজন লিখকৰে 'সীতা-হৰণ কাব্য'ত আৰু ৰমাকান্ত চৌধুৰীৰ (১৮৪৬-৮৯) 'অভিমন্যু বধ'তো মাইকেল মধুসূদন দত্তৰ অমিত্ৰাক্ষৰ ছন্দ পোৱা যায়। চন্দ্ৰকুমাৰ আগৰৱালাই (১৮৬৭-১৯৩৮) তেওঁৰ দুখন কাব্য সংকলন 'প্ৰতিমা' আৰু 'বীণ-বৰাগী'ৰেই অসমীয়া সাহিত্যলৈ নৱন্যাসবাদৰ সোঁত বোৱাই আনে। জোনাকীযুগৰ মুকুটবিহীন সম্ৰাট আছিল লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৮–১৯৩৮)।

61. Neog Dimbeswer, *New Light on the History of Asamiya Literatnre*, p. 391.

62. এই বিষয়ৰ আৰু তথ্যৰ কাৰণে চাওক Baruah, B.K., *Modern Assamese Literature* Ch II ; শৰ্মা, সত্যেন্দ্ৰনাথ, অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃ ২৩৬-৪৬ ; নেওগ, মহেশ্বৰ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৬১-৬৭।



তেওঁ উচ্চশিক্ষা লাভ কৰিছিল প্ৰেছিডেন্সি কলেজত। সেই সময়ত ইংৰাজী শিক্ষাৰ আনুষংগিকভাৱে বংগদেশত এটা সাহিত্যিক বিপ্লৱে মূৰ ডাঙি উঠিছিল। সাহিত্যিক লোকগীত ( ballad ), প্ৰকৃতি কবিতা, প্ৰেমৰ কবিতা লিখাৰ উপৰিও সাংবাদিক, প্ৰবন্ধ-লিখক, নাট্যকাৰ আৰু হাস্যৰসিক হিছাপে বেজবৰুৱাৰ প্ৰতিভা আছিল অতুলনীয়। জোনাকী যুগৰ আন এজন প্ৰতিভাশালী লেখক আছিল হেমচন্দ্ৰ গোস্বামী (১৮৭২-১৯২৮)। তেওঁৰ "প্ৰিয়তমাৰ চিঠি"য়েই অসমীয়া সাহিত্যত মিল্টন আৰু শ্বেকস্পীয়েৰৰ ৰচনা-ৰীতিৰে লিখা প্ৰথম চনেট্। মাইকেল মধুসূদন আৰু নবীনচন্দ্ৰ সেনৰ অমিত্ৰাক্ষৰ ছন্দৰ আৰ্হিৰে 'কমতাপুৰ ধ্বংস কাব্য' 'তিৰোতাৰ আত্মদান কাব্য' আৰু 'যুদ্ধক্ষেত্ৰত আহোম-ৰমণী' কাব্য ৰচনা কৰি হিতেশ্বৰ বৰবৰুৱাই (১৮৭৬-১৯৩৯) এক বিচক্ষণ কাব্য-প্ৰতিভাৰ চিনাকি দিছিল; তেওঁ অৱশ্যে বিষয়-বস্তু গোটাইছিল অসম বুৰঞ্জীৰ কাহিনীৰপৰা। অসমীয়া নাট্য সাহিত্যৰ আৰম্ভ হৈছিল গুণাভিৰামৰ 'ৰামনবমী নাটক', হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্তন' আৰু ৰুদ্ৰাম বৰদলৈৰ 'বঙাল-বঙালনী' নাটকত। ১৮৮০ চনত কলিকতা-প্ৰবাসী অসমীয়া লিখকসকলে শ্বেক্ছ্পীয়েৰৰ কমেদী অব্ এৰাৰছ্ নাটকখন "ভ্ৰমৰংগ" নাম দি অসমীয়ালৈ অনুবাদ কৰিছিল। আকৌ মাইকেল মধুসূদনৰ প্ৰভাৱ দেখা যায় চন্দ্ৰধৰ বৰুৱাৰ দুখন নাটক 'মেঘনাদ বধ' আৰু 'তিলোত্তমা সম্ভৱ'ত। এখন দুখন নহয় আঠখন নাটক ৰচনা কৰি পদ্মনাথ গোহাঁই বৰুৱাই (১৮৭১-১৯৪৬) প্ৰতিষ্ঠা লাভ কৰিছে; ইয়াৰ ভিতৰত 'গাওবুঢ়া' নাটকৰ (১৮৭০) মাজেদি তেওঁ যোৱা শতিকাৰ শেহৰ কেইবছৰত বৃটিছ চৰকাৰৰ সৰু-সুৰা বিষয়াবিলাকে কৰা দুৰ্নীতিপৰায়ণ আচৰণ ফট্ফটীয়াকৈ দেখুৱাইছে।

জোনাকী যুগে অসমীয়া গদ্য সাহিত্যত নতুন নতুন ধাৰা প্ৰবৰ্তন কৰিলে—উপন্যাস, ৰচনা আৰু চুটি গল্প। এ. কে. গাৰ্ণীৰ 'কামিনী-কান্ত' (১৮৫৭। খৃষ্টীয়গন্ধী হলেও সেইখনেই অসমীয়া সাহিত্যৰ

প্ৰথম আধুনিক উপন্যাস বুলি ক'ব পাৰি। পূৰ্ণাংগ উপন্যাসৰ আৰম্ভণি হয় পদ্মাৱতী দেৱী ফুকননীৰ 'সুধৰ্ম্মাৰ উপাখ্যান' (১৮৮০) আৰু বিশেষকৈ পদ্মনাথ গোহাঁই বৰুৱাৰ 'ভানুমতী' আৰু 'লাহৰী' এই দুখন উপন্যাসৰ যোগেদি। বংকিমচন্দ্ৰৰ নিচিনাকৈ ৰজনীকান্ত বৰদলৈয়ে (১৮৯৭-১৯৩৯) এলানি বুৰঞ্জীমূলক নাটক ৰচনা কৰিছিল ; তাৰে এখন আছিল 'মনোমতী' (১৯৩০)। লক্ষ্মীনাথ বেজবৰুৱাই 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা' (১৯০৪) আৰু কৃপাবৰ বৰুৱাৰ ওভতনিত লিখা ৰচনাৱলী অসমীয়া ব্যঙ্গ সাহিত্যৰ উৎকৃষ্টতম নিদৰ্শন বুলি কব পাৰি। 'সাধুকথাৰ কুকি' (১৯১০), 'সুৰভি' (১৯১২) আৰু 'জোনবিৰিৰ' (১৯১৩) মাজেদি তেওঁ অসমীয়া মধ্যবিত্ত আৰু গঞা জীৱনৰ ছবি অতি সুন্দৰকৈ অংকন কৰিছে।

পাশ্চাত্য নৱন্যাসবাদে অসমীয়া সাহিত্যত দেশপ্ৰেমৰ উদ্দীপনা আৰু প্ৰাচীন গৌৰৱ উদ্ধাৰৰ তীব্ৰবাসনাৰ সৃষ্টি কৰিলে। কমলাকান্ত ভট্টাচাৰ্য্যই (১৮৫৩-১৯৩৬) আছিল দেশপ্ৰেম আৰু জাতীয়তাবাদৰ প্ৰথম দ্ৰষ্টা। কবিতা-পুথি 'চিন্তানল' আৰু চিন্তা-তৰংগিনীত' তেওঁৰ গভীৰ দেশপ্ৰেম সুন্দৰকৈ ফুটি উঠিছে।[৬৩] তেওঁৰ 'পাহৰণি' কবিতাত দেশবাসীক গৌৰৱময় অতীতৰ কথা সোঁৱৰাই দি তেওঁলোকৰ সুপ্ত প্ৰতিভা জগাই তোলাৰ চেষ্টা কৰিছে। তেওঁ এটা নতুন যুগৰ নতুন প্ৰভাতৰ বৰ্ণনাকে দিছিল—যেতিয়া তেওঁ লিখিছিল ঃ

জন্মিব যিদিনা শতেক মেট্‌চিনি
তুচ্ছ পৰি থকা শিলৰ পৰা ;
শত গেৰিবল্ডি জনম লভিব
কৰিব পোহৰ ভাৰত ধৰা।

63. অম্বিকাগিৰী ৰায়চৌধুৰী (মই বিপ্লৱী, মই তাণ্ডৱী), প্ৰসন্নলাল চৌধুৰী (অগ্নিমন্ত্ৰ), জ্যোতিপ্ৰসাদ আগৰৱালা (ভাৰত জনমভূমি) আৰু বিনন্দ বৰুৱাই (শঙ্খধ্বনি) লিখা কবিতাত বিপ্লৱ আৰু পুনৰুত্থানৰ প্ৰতি আহ্বান জনোৱাৰ প্ৰতিধ্বনি শুনা যায়।



এই সুৰতে সমসাময়িক হেমচন্দ্ৰ বেনাৰ্জীয়ে লিখিছিল ঃ

চীন, ব্ৰহ্মদেশ, অসভ্য জাপান
তাৰাও স্বাধীন তাৰাও প্ৰধান
দাসত্ব কৰিতে কৰে হেয় জ্ঞান,
ভাৰত সুধুই ঘুমায়ে ৰয়।

প্ৰদেশখনৰ অ'ত ত'ত অনাদৰভাৱে সিঁচৰতি হৈ থকা সাংস্কৃতিক সম্পদসমূহৰ আহৰণ আৰু প্ৰকাশৰ যোগেদি পুৰণি ঐতিহ্য আৱিষ্কাৰ কৰাৰ ওপৰত গুৰুত্ব দিয়া হৈছিল। 'আসাম বন্ধু', 'জোনাকী', 'বিজুলী', 'বাঁহী'ৰ পাতত প্ৰবন্ধাদি লিখি গুণাভিৰাম বৰুৱা, ৰত্নেশ্বৰ মহন্ত, ৰজনীকুমাৰ পদ্মপতি, সোনাৰাম চৌধুৰী আৰু কনকলাল বৰুৱাই অসমৰ বুৰঞ্জী সংস্কৃতিৰ ওপৰত যথেষ্ট আলোক-পাত কৰিছিল। হেমচন্দ্ৰ গোস্বামীয়ে অসমীয়া হাতেলিখা পুথিৰ বৰ্ণনাত্মক তালিকা (Descriptive calalogue of Assamese Manuscripts) প্ৰস্তুত কৰাৰ উপৰিও অসমীয়া আৰু সংস্কৃতৰ দুশৰো অধিক হাতে লিখা পুথি সংগ্ৰহ কৰি আৰু 'দৰং ৰাজ-বংশাৱলী', 'পুৰণি অসম বুৰঞ্জী' প্ৰকাশ কৰি অসম বুৰঞ্জীৰ দৃঢ় ভেটি স্থাপন কৰিলে। বংগদেশৰ ৰাঢ়া আৰু বৰেন্দ্ৰ অনুসন্ধান সমিতিৰ আৰ্হিৰে অসমত প্ৰতিষ্ঠা কৰা 'কামৰূপ অনুসন্ধান সমিতি'য়ে উত্তৰ পুব ভাৰতৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব অধ্যয়নৰ এটা নতুন অধ্যায়ৰ সূচনা কৰিলে।[৬৪] এই

64. দৰাচলতে এই ধৰণৰ এখন সমিতিৰ কথা ভাবিছিল কটন কলেজৰ অধ্যাপক পদ্মনাথ ভট্টাচাৰ্যই আৰু সিয়ে ৰূপ লৈছিল 'উত্তৰ বংগ সাহিত্য পৰিষদ'ৰ, নীলাচল পাহাৰৰ কামাখ্যাত বহা ইয়াৰ অধিবেশনত। ওপৰত উল্লেখ কৰা সদস্যসকলেও ইয়াত যোগ দিছিল। পোনতে যিখন কাৰ্য-নিৰ্বাহক সমিতি গঠিত হৈছিল তাৰ সদস্যসকল আছিল—ধীৰেশ্বৰ ভট্টাচাৰ্য কবিৰত্ন, আনন্দচন্দ্ৰ বেদান্তবাগীশ, শিৱনাথ স্মৃতিতীৰ্থ, গোবিন্দ চন্দ্ৰ শৰ্মা, উত্তমচন্দ্ৰ বৰুৱা, তাৰানাথ কাব্যবিনোদ, প্ৰতাপ চন্দ্ৰ গোস্বামী আৰু আন কেইজনমান আৰু সম্পাদক আছিল কালীচৰণ সেন। বিতংকৈ জানিবৰ হ'লে, চাওক "Kamrupa Anusandhan Samity. In Retrospect and Prospect" *Souvenir, Joint Session Annual Conference of Indian Archaeological Society etc.* Dec. 1984.

সমিতিৰ আৰম্ভণিতে ইয়াৰ অধ্যয়ন-গৱেষণাৰ পৰিসৰ আছিল পুৰণি প্ৰাগ্‌জ্যোতিষ-কামৰূপৰ সমস্ত অঞ্চল। গতিকে পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ (কটন কলেজ, গুৱাহাটী) মৌলবী আমানৎ-উল্লা আহমেদ (কোচ বিহাৰ), মৃত্যুঞ্জয় চৌধুৰীৰ (ৰংপুৰ) দৰে পণ্ডিতসকল ইয়াৰ সদস্য আছিল। সমিতিয়ে এছিয়াটিক চছাইটি অব্ বেঙ্গলৰ সহকাৰী সভাপতি হৰপ্ৰসাদ শাস্ত্ৰী, বৰেন্দ্ৰ অনুসন্ধান সমিতিৰ সঞ্চালক অক্ষয় কুমাৰ মৈত্ৰ, বীৰভূমি অনুসন্ধান সমিতিৰ সভাপতি নগেন্দ্ৰনাথ বসুৰ দৰে ভাৰতীয় সংস্কৃতিৰ পণ্ডিতসকলৰ আশীৰ্বাদ লাভ কৰিছিল। ছপা পুথি, হাতেলিখা পুথি, তামৰ ফলি, শিলালিপী, মুদ্ৰা আদিৰ সংগ্ৰহ, সংৰক্ষণ আৰু প্ৰকাশ কৰাৰ বাহিৰেও কামৰূপ অনুসন্ধান সমিতিয়ে আৰম্ভৰেপৰা উত্তৰ-পূব ভাৰতৰ বুৰঞ্জী, প্ৰত্নতত্ব আৰু জাতিতত্বৰ বিষয়সমূহৰ সূক্ষ্ম অধ্যয়নৰ বাবে প্ৰেৰণা যোগাইছিল।[65] সেইখিনি কৰিয়ে অসম সংগ্ৰহালয় (Museum) আৰু বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ (Department of Historical and Antiquarin Studies) স্থাপন কৰাৰ যা-যোগাৰ কৰি গ'ল; ইয়াৰ দ্বাৰা ভাৰত আৰু ভাৰতৰ বাহিৰতো অসমৰ বুৰঞ্জী আৰু সভ্যতাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰাত অৰিহণা যোগালে।

'অৰুনোদই'ৰ প্ৰকাশৰ আগলৈকে অসমৰ ঘটনাসমূহৰ বাতৰি বংগদেশৰ 'ফ্ৰেণ্ড্ অব্ ইণ্ডিয়া' 'সমাচাৰ দৰ্পন', 'সমাচাৰ চন্দ্ৰিকা' আৰু 'সঞ্জীৱনী' আদি বাতৰি-কাকত আৰু আলোচনীত প্ৰকাশ হৈছিল। বাতৰি আৰু মন্তব্য প্ৰকাশ কৰাৰ বাহিৰেও এই কাকতসমূহে সময়ে সময়ে অসমৰ ৰাজহুৱা স্বাৰ্থজড়িত বিষয়বোৰলৈ চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ১৮৬৭ চনত 'সোম প্ৰকাশ'ৰ (Somprakash)

65. আৰম্ভণিতে লিখা গ্ৰন্থৰ ভিতৰত উল্লেখযোগ্য হ'ল পদ্মনাথ বিদ্যাবিনোদ (সম্পাদিত): কামৰূপ শাসনাৱলী; Basu, Nagendranath ; *Social History of Kamarupa* (কামৰূপৰ সামাজিক বুৰঞ্জী) Khan Bahadur Amanutullah Khan ; *History of Coch-Behar.*



কেইবা সংখ্যাতো অসমত অব্যৱহাৰিত হৈ থকা সম্পদসমূহ কামত লগোৱাৰ সুবিধাৰ বাবে প্ৰশাসনৰ ক্ষেত্ৰত সাল-সলনিৰ আৱশ্যক বুলি মত প্ৰকাশ কৰা হৈছিল।[66] শতিকাৰ শেষছোৱাত অসমত প্ৰায় বাৰ খনমান আলোচনীৰ জন্ম হৈছিল।[67] আৱশ্যকীয় জ্ঞান-বিজ্ঞান আৰু বা-বাতৰি সৰবৰাহ কৰি এই আলোচনীসমূহে অসমীয়াৰ মনত জাতীয় চেতনাৰ উদ্ৰেক কৰিবলৈ চেষ্টা কৰিছিল। ইতিমধ্যে বংগদেশত ৰাজনাৰায়ণ বসুৱে পছিমীয়া আদৰ্শৰ বিৰুদ্ধে ধৰ্মযুদ্ধৰ অৱতাৰণা কৰি বঙালীসকলক বিদেশী ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, সাজ-পাৰ আৰু খোৱা-পিয়াৰ অভ্যাস বৰ্জন কৰিবলৈ আৰু গাইগুটীয়া আৰু ৰাজহুৱা চিঠিপত্ৰত বঙলা ভাষা ব্যৱহাৰ কৰিবলৈ আহ্বান কৰিছিল। অসমতো লম্বোদৰ বৰাই ব্যঙ্গ্য প্ৰৱন্ধ 'সদানন্দৰ নতুন অভিধান'ত বিলাতী সভ্যতাৰ অপকাৰিতা সম্পৰ্কে বৰ্ণনা কৰি লিখিছিল। ইতিমধ্যেই বঙালী বুলিলেই বহুতৰে এটা ঘৃণাৰ মনোভাৱ প্ৰকাশ পাইছিল; বঙালীৰ 'ৰ'ৰ ঠাইত অসমীয়া 'ৰ', চোগা-চাপকণৰ ঠাইত চাহাবী কোট আৰু 'বাবু'ৰ ঠাইত 'মিষ্টাৰ', 'শ্ৰীযুত' আৰু 'ডাঙৰীয়া'ৰহে ব্যৱহাৰ হৈছিল।[68] পাশ্চাত্য সভ্যতাৰ স্বকীয় প্ৰমূল্য স্বীকাৰ কৰিও মৌ'য়ে অসমীয়া ডেকাই পছিমীয়া সাজপাৰ, ৰীতি-নীতি আৰু আচাৰ-ব্যৱহাৰ চকুমুদি অনুকৰণ কৰাৰ বিৰোধিতা কৰিছিল আৰু মত প্ৰকাশ কৰিছিল যে সেইবোৰ অসমীয়াই কি ধৰণে আৰু কিমান দূৰলৈ গ্ৰহণ কৰিব সেইটো দেশ-কাল-পাত্ৰ চাইহে ঠিক কৰা উচিত।[69] পাশ্চাত্য সভ্যতা প্ৰচলন সম্পৰ্কে সম্পাদকে কয়:

66. See 22 July 1867, pp, 564-5, August, pp. 606-7, 12 August, 623-4.
67. আসাম বিলাসিনী (১৮৭১-৮৩), আসাম মিহিৰ (১৮৭২-৭৩), আসাম দৰ্পণ (১৮৭৪-৫), চন্দ্ৰোদয় (১৮৭৬), আসাম দীপক (১৮৭৬), হিতসাধিনী (১৮৭৬-৭৮), আসাম নিউজ (১৮৮২-১৮৮৫), আসাম বন্ধু (১৮৮৫-১৮৮৬) আৰু মৌ (বা মৌমাখি): চাওক, Gait : *Report of the Progress of Historical Research in Assam*, 1897, Appendix C.
68. আসাম বন্ধু ২৬৪-৫ পৃঃ ; মৌ ৪৩, ১০৭ আৰু ১১১ পৃঃ।
69. মৌ, ২ পৃঃ।

> আজিকালিৰ দিনত ভাটি সভ্যতা সমূলী নালাগে বুলি যি অসমীয়াই কয়, তেওঁক তেজপুৰলৈ কি চিন দেশলৈ চালান দিলেই ভাল। ই কথা সঁচা? আমি ইয়াক এৰিবও নোৱাৰো ধৰিবও নোৱাৰো। ই আমাৰ দিল্লীৰ লাড়ু। সেইবুলি লাড়ুটো গোটে গোটে গিলা ভাল নহয়।

সেইকালত শিক্ষিত সমাজৰ কিছুমান লোকৰ মাজত স্ত্রীসকলক ঘৰৰ ভিতৰতে আৱদ্ধ নাৰাখি শিক্ষা আৰু স্বাধীনতা দিব লাগে বুলি যি উন্মাদনা প্রকাশ পাইছিল 'মৌ' আৰু 'আসাম বন্ধু' দুয়োখন আলোচনীয়ে কটু সমালোচনা কৰিছিল। সমসাময়িক ৰত্নেশ্বৰ মহন্তই মন্তব্য কৰিছিল :

> আজিকালি ইংৰাজী শিক্ষাৰ প্রাৱল্যত তিকতা সমাজলৈ শিক্ষিত-সাধাৰণৰ বৰ কৃপা-দৃষ্টি পৰিবলৈ ধৰিছে। ঘাটে-বাটে সকলো ঠাইতে শিক্ষিত ডেকাবিলাকে স্ত্রীজীৱনৰ কষ্ট সুঁৱৰি তেওঁলোকক অন্তঃপুৰ ফাটকৰপৰা মুকলি কৰিবলৈ আলচ কৰি থাকে ·…(যিবিলাকে) বালিকা আৰু অপক্কা গৃহিণীক সংসাৰৰ স্বাধীন কৰি শাহু-শহুৰৰ ওপৰতো দৈণী কৰি দিব খোজে আমি সিবিলাকৰ মতত কেতিয়াও মান্তি নহওঁ আৰু প্রার্থনা কৰোঁ যেন আমাৰ অসমীয়া দেশত চিৰ প্রচলিত নিয়মৰ অন্ত পেলাই এনে আচহুৱা নিয়ম নচলায়।"[70]

স্ত্রীসকলক অলপ-অচৰপ শিক্ষা দিয়াত তেওঁলোকে আপত্তি নকৰিছিল। কিন্তু পুৰুষৰ দৰে বি এ., এম.এ. ডিগ্রী লোৱা বা ডাক্তৰ-উকিল হ'বলৈ যোৱা কথাটো সমূলি ভাল নেপাইছিল। তেওঁলোকৰ যুক্তি আছিল— ছোৱালী এজনীয়ে যদি পুৰুষ ৰোগী এজনৰ কাষত সমানে সমানে বহি তেওঁৰ তেজৰ ধমনী, তেওঁৰ জিভা আদি পৰীক্ষা কৰি তেওঁৰ শৰীৰৰ নিম্নাংশ স্পর্শ কৰি স্ত্রীসুলভ গাম্ভীর্যথিনিও জলাঞ্জলি দি তেওঁক কিবাকিবি প্রশ্ন কৰিবলগীয়া হ'ল, তেন্তে তেনে এজনীক কোনে বাৰু পত্নীৰূপে গ্রহণ কৰিব? পাশ্চাত্য সভ্যতা, বিশেষকৈ উচ্চতৰ শিক্ষাই অসমলৈ মানৰ আক্রমণতকৈও ডাঙৰ বিপদহে মাতি আনিব।[71]

70. ঐ, ৫১ পৃঃ, "স্বাধীনতা নে স্বেচ্ছাচাৰ", আসাম বন্ধু, ১৩৯-৪৩ পৃঃ।
71. মৌ, ২, ৬-৭ পৃঃ।



সৰহদিন চলি নাথাকিল যদিও, 'মৌ'কাকতখনে প্রায়েই সেই সময়ৰ উন্নত আৰু প্রগতিশীল ভাৱধাৰাৰ অনুকূলে মত প্রকাশ কৰিছিল। কাকতখনত আক্ষেপ কৰা হৈছিল যে, উচ্চতৰ শিক্ষাৰ বলত বঙালীয়ে কার্যালয়সমূহ একচেতিয়া কৰি লৈছিল আৰু অসমীয়া-সকলে কোনোমতে কক-মম শিকি কেৰাণী-মহৰীৰ কাম পাইছিল। তাৰ নিবাকৰণৰ উপায় হিছাপে সম্পাদকে সজোৰে মত প্রকাশ কৰিছিল যে, বঙালীৰ দৰে অসমীয়া ডেকাসকলে উচ্চতৰ শিক্ষাৰ কাৰণে বলিয়া হৈ পৰিব লাগিব; লগতে পৰামর্শও দিছিল— সৰু সুৰা চাকৰি অসমীয়াক নিদি বঙালীকহে দিব লাগে।[72] বছৰটোৰ সৰহথিনি সময়তে অসমীয়া মানুহে এলাহত আৰু পর্ব-উৎসৱত কটোৱা কথাটো তেওঁ বিৰূপ সমালোচনা কৰিছিল।

> অসমীয়া মানুহ কিমান পৰিশ্রমী সকলোৱেই জানে। বছৰটি কোনোমতে খাবলৈ জুৰিলেই ধান যথেষ্ট হ'ল বুলি ভাবে……ধানকেইটা যদি ঘৰত থাকিল, পলো আৰু জকাই লই দিনৰ দিনটো মাছ ধৰি খিতিঙালি কৰি ফুৰিব পাৰিলে সাধাৰণ মানুহক একো নালাগে। ৰঙ, ধেমালি, পৰ্ব্বেই গোটেইটো বছৰ। বহাগৰ বিহু এদিন, হুচৰি গায় পোন্ধেৰ দিন। মাঘৰ বিহু এদিন, মেজি বান্ধে, মেজি পোৰে, ম'হ যুজায় আৰু খায় এমাহ। তিথি, ভাওনা, সবাহ, হালধতিৰ লেখ-জোখ নাই। আৰকালি জুই গুৰিৰপৰা নুথে। পুৱা ৰ'দ নুঠে মানে নোলায়। বাগৰিব পাৰিলে উঠি বহিব নোখোজে, বহিব পাৰিলে ঠিয় হব নোখোজে। জিৰাব পাৰিলে আগুৱাব নোখোজে। আমাৰ মানুহৰ গতি, প্রকৃতি, পৰিশ্রম এনে।[73]

অসমীয়া বাতৰি-কাকত অৰাজনৈতিক[74] আছিল যদিও কাকত-বোৰে চৰকাৰৰ কাম-কাজৰ সমালোচনা কৰিছিল আৰু সৃষ্টিমূলক

72. ঐ, ২৩-২৫ পৃঃ।
73. ঐ, ১৫১ পৃঃ।
74. 'আসাম বন্ধু'ৰ সম্পাদকে কয় : "আমি শাসন, বিচাৰ আদিত হস্তক্ষেপ কৰিব নোখোজোঁ। ৰাজনীতিত আমি অনভিজ্ঞ।" ২ পৃঃ; জোনাকী সম্পাদকৰো একমত : "ৰাজনীতি আমাৰ ৰাজ্যৰ বাহিৰ" (জোনাকীৰ আত্মকথা ৬২ পৃঃ)।

পৰামৰ্শ আগবঢ়াইছিল। হেমচন্দ্ৰ বৰুৱাৰ সম্পাদনাত ওলোৱা ইঙ্গ-অসমীয়া কাকত 'আসাম নিউজ্' গৱৰ্ণমেণ্টৰ ভাষা, ৰাজহ আৰু শ্ৰম নীতিকে সমালোচনা কৰি ক্ষান্ত থকা নাছিল, আবকাৰী কানি উঠাই দি, পেঞ্চন-আইন আৰু লাখেৰাজ বন্দোবস্তিৰ উন্নতিমূলক সাল-সলনি কৰিব লাগে বুলি পৰামৰ্শ দিছিল।[75] 'মৌ'ৱে মত প্ৰকাশ কৰিছিল যে লোকেল ব'ৰ্ডসমূহত বৰ্তমানৰ মনোনয়নৰ দ্বাৰা সভ্য ভৰ্ত্তি কৰা নিয়মটোৱে এই ব'ৰ্ডসমূহক আমোলাতন্ত্ৰৰ এটা অংগত পৰিণত কৰিলে। সেইকাৰণে মনোনয়ন প্ৰথা লোপ কৰি তাৰ ঠাইত নিৰ্বাচনৰ প্ৰবৰ্তন কৰিব লাগে, যাতে মানুহে প্ৰতিনিধিত্বমূলক শাসনৰ প্ৰশিক্ষণ লাভ কৰিব পাৰে। এই বুলিও পৰামৰ্শ দিয়া হৈছিল যে, লোকেলব'ৰ্ডৰ ভোটদাতাসকল "মৌজাদাৰে পতা আৰু শিক্ষাৰ ভূ নোপোৱা" গাওঁবুঢ়া নহৈ কিছু শিক্ষা-দীক্ষা থকা লোক হ'ব লাগে।[76] জাতীয়তাবাদৰ মনোভাবেৰে চলা 'এড্ভোকেট অব্ আচামে' খেতিয়কক মাটিৰ ওপৰত স্থায়ী অধিকাৰ নিদিয়াৰ বাবে অসমত প্ৰচলিত সাম্প্ৰতিক আইনসমূহৰ সমালোচনা কৰিছিল আনকি চাহ-খেতিয়কৰ মুখপাত্ৰ মধ্যমসুৰীয়া কাকত 'টাইমছ্ অব্ আচাম'-এও ৰায়তক খেতিৰ মাটিৰ ওপৰত স্থায়ী অধিকাৰ নিদিয়াটোৱেই ৰায়তৰ দাৰিদ্ৰ আৰু অধোগতিৰ কাৰণ বুলি লিখিছিল। অতি সোনকালে ইয়াৰ নিবাকৰণৰ উপায় উদ্ভাৱন কৰিবলৈ চৰকাৰক দাবী জনাইছিল।[77] অসমীয়া বাতৰি কাকতসমূহে শিক্ষা-বিভাগত অনা-অসমীয়াক নিযুক্তি দিয়াৰ বিপক্ষে দুৰ্যোৰ আপত্তি তুলিছিল আৰু অসমীয়া স্কুলত অসমীয়া প্ৰধান শিক্ষক নিয়োগ কৰিব লাগে বুলি দাবী কৰিছিল। অসমীয়া শিক্ষকৰ দ্বাৰা পৰিচালিত স্কুলৰ যে পৰীক্ষাৰ ফলাফল ভাল তালৈ চৰকাৰ আৰু

75. গোস্বামী, যতীন্দ্ৰনাথ, হেমচন্দ্ৰ বৰুৱা।

76. মৌ, পৃঃ ১৮-১৯।

77. *AS : Home Political-B, August 1911*, No. 64, see Report on the Native owned English and Vernacular newspapers of Eastern Bengal and Assam ; Report for the year 1910.



ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিছিল। তেওঁলোকৰ অৰাজনৈতিক বৈশিষ্ট ঠিক ৰাখিয়েই অসমীয়া আৰু ইংৰাজী উভয় কাকত আৰু আলোচনীয়ে ৰাজহুৱা মতামত গঠনৰ কাম স্বেচ্ছাই কৰি গৈছিল।[78]

১১ জুন, ১৮৫২ তাৰিখে গুৱাহাটীৰ মানুহে কামৰূপৰ ডেপুটি কমিচনাৰৰ ওচৰত এখন আবেদন-পত্ৰ দিছিল। তাত আবেদন কৰা হৈছিল যে, ১৮৫০ চনৰ XXVI বিধি অনুসৰি গুৱাহাটীত পৌৰ প্ৰশাসন প্ৰৱৰ্তন কৰিব লাগে।[79] ৰাজহুৱা অভিমত প্ৰকাশৰ প্ৰথম সংগঠিত প্ৰচেষ্টা এয়ে আছিল যেন লাগে। আগতে উল্লেখ কৰি অহা হৈছে যে, ১৮৬২ চনত যেতিয়া লেফ্টেনেণ্ট গৱৰ্ণৰ অসমলৈ আহে তেতিয়া কিছুমান অসমীয়া শিক্ষিত লোকে অসমত উচ্চতৰ শিক্ষাৰ কাৰণে হাইস্কুল বা কলেজ এখন খুলিব লাগে বুলি প্ৰাৰ্থনা জনাইছিল।[80] সেই বছৰতে প্ৰাক্তন ৰজা কন্দৰ্পেশ্বৰ সিংহৰ সভাপতিত্বত গুৱাহাটীত এখন সভা বহিছিল; তাত অসমৰ স্কুলত শিক্ষাৰ মাধ্যম বঙলাৰ ঠাইত অসমীয়া কৰিব লাগে বুলি চৰকাৰৰ ওচৰত আবেদন কৰিবলৈ স্থিৰ কৰা হৈছিল।[81]

ৰাইজৰ অভাৱ-অভিযোগবোৰ ব্যক্ত কৰিবৰ কাৰণে সভা-সমিতিৰ যে আৱশ্যক সেই কথা শিক্ষিত সমাজে শীঘ্ৰে অনুভৱ কৰিলে। অৰুনোদয়'ত ১৮৪৬ চনত শিৱসাগৰত এখন 'গিয়ানৰ সভা' বহাৰ উল্লেখ আছে।[82] উজনি অসমৰ খ্যাতনামা পুৰুষ গুণগোবিন্দ ফুকনে কলিকতাত 'অসমীয়া সাহিত্য সভা' (১৮৭২) আৰু শিৱসাগৰত (১৮৮০) উজনি 'অসম সমিতি' (১৮৮০) ( Upper Assam Association )

78. *Ibid*, June 1912, No. 74, see Report for the year 1911 ; also September 1911, No. 105.

79. *AS. Letter issued to Government, Vol.* 16, 1851-2 ; Jenkins 11 June, 1852.

80. *AS. 1862, File No. 507*, Robinson to Commissioner, 4 October.

81. গোস্বামী, যতীন্দ্ৰনাথ, ঐ ২১২-১৩ পৃঃ।

82. 'অৰুনোদই' জানুৱাৰী ১৮৪৬, ৬-৮।

স্থাপন কৰিছিল বুলি কোৱা হয়। কলিকতাত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' (১৮৮৮) স্থাপন হয়; ইয়াৰ শাখা অসমৰ কেইবা ঠাইতো আছিল আৰু ইয়াৰ মূল উদ্দেশ্য হ'ল— অসমত স্কুলসমূহত বঙলা ভাষাৰ ঠাইত অসমীয়া পুনৰ চলোৱাৰ পিছত অসমীয়া ভাষা-সাহিত্যৰ উন্নতি সাধন কৰা। সাহিত্য আৰু সংস্কৃতি বিষয়ক হ'লেও এই সভা-সমিতিবোৰেই শিক্ষিত মধ্যবিত্ত অসমীয়া সমাজৰ জাগৰণৰ এটা স্পষ্ট নিদৰ্শন। সৰহদিন নৌ যাওতেই এই সমিতিবোৰৰ সুৰ সলনি হ'ল। এই কথা স্পষ্ট হৈ পৰিল যিসময়ত 'আচাম দেছ হিতৈশিণী' সভাই (১৮৮৫) এখন চাৰ্কুলাৰৰ যোগেদি বংগৰ লেফ্-টেণ্টটে গৱৰ্ণৰৰ ওচৰত অভাব-অভিযোগসমূহৰ বিষয়ে আবেদন জনাবলৈ ৰাইজক সকিয়াই দিছিল। আশীৰ দশকত লম্বোদৰ বৰা, হৰিবিলাস আগৰৱালা, মহেন্দ্ৰ দে, লক্ষীকান্ত বৰকাকতী, জয়দেৱ শৰ্মা আদিৰ নেতৃত্বত তেজপুৰৰ ৰায়ত সভা স্থাপিত হয়।[৮৩] ইয়াৰ উদ্দেশ্য আছিল ৰাইজৰ অভাব-অভিযোগ ব্যক্ত কৰা, বিশেষকৈ ৰায়তসকলৰ মাটিৰ খাজনা উঠোৱাৰ বিপক্ষে।[৮৪]

১৮৮৪ চনত জগন্নাথ বৰুৱাই স্থাপন কৰা 'যোৰহাট সাৰ্বজনিক সভা' হোৱাৰ লগে লগে অসমৰ ৰাজনৈতিক সভা বুৰঞ্জীৰ এটা নতুন অধ্যায় আৰম্ভ হয়। বৰুৱা আছিল উজনি অসমৰ এজন সম্ভ্ৰান্ত চাহ-খেতিয়কৰ ল'ৰা। বংগদেশৰ নৱ-জাগৰণৰ অভ্যুদয় হোৱাৰ সময়তে তেওঁ প্ৰেচিডেন্সি কলেজত শিক্ষা-লাভ কৰিছিল। সেইকালৰ 'বৃটিছ ইণ্ডিয়ান এছচিয়েচনে' ( British Indian Association ) তেওঁৰ মনত এটা ভাব দ'কৈ সুমুৱাই দিছিল—ৰাইজৰ মাজত ৰাজনৈতিক চেতনা জগাই তুলিবলৈ অসমতো তেনে এখন এছোচিয়েন অতি

83. Dutta, K. N, *Landsmarks of the Freedom Struggle in Assam*, p. 39 ; Neog, Dimbeswar, *Op. cit.*, p. 391, Guha Amalendu, "Impact of Bengal Renaissance on Assam" *The Idian Economic and Social History Review, IX*, p. 302.
84. *History of Freedom Movement, Assam Unit*, Note on Tezpur Ryot Sabha.



আৱশ্যক। এই সভাৰ সভ্যসকলে ৰাইজক চৰকাৰৰ উদ্দেশ্য আৰু নীতিসমূহ ভালদৰে বুজাই দিছিল। সভাৰ উদ্দেশ্য আছিল—ৰাইজৰ আশা-আকাঙ্খাসমূহ চৰকাৰৰ ওচৰত ব্যক্ত কৰি দুখ-দুৰ্গতিৰ সাম কটোৱা।[৮৫] প্ৰথমৰ পৰাই এই সভাই চৰকাৰৰ ৰাজহ নীতিৰ ওপৰত মন্তব্য কৰিছিল। ১৮৯৩ চনত ব্ৰহ্মপুত্ৰ উপত্যকাৰ ঠায়ে ঠায়ে কৃষক বিদ্ৰোহ ( Agrarian riot ) হৈছিল। চৰকাৰী বিষয়াবৰ্গই ভাল নাপালেও সভাই কৃষকসকলৰ প্ৰতি সমৰ্থন জনাইছিল।

চৰকাৰৰ কানি-নীতি, গুৱাহাটীৰ নিম্ন পৰ্যায়ৰ কলেজখন উঠাই দিয়া আৰু বৃত্তিৰ সংখ্যাও কমোৱা—এইকেইটা কথাত সভাই উদ্বেগ প্ৰকাশ কৰিছিল। ১৮৯২ চনৰ ১৪ ডিচেম্বৰ, তাৰিখে চীফ কমিচনাৰক দিয়া স্মাৰক-পত্ৰত সভাই অসন্তুষ্টি প্ৰকাশ কৰিছিল যে কাৰ্যবাহী সেৱাত থলুৱা লোকৰ সংখ্যা অতি নগণ্য। তেওঁলোকে এইটোও স্বীকাৰ কৰিছিল যে আৱশ্যক হ'লে চোকা বুদ্ধিৰ প্ৰাৰ্থী বাহিৰৰপৰাও আনিব লাগে; কিন্তু একে মানৰ প্ৰাৰ্থী থাকিলে স্থানীয়সকলক বংগদেশ বা আন ঠাইৰ প্ৰাৰ্থীতকৈ অগ্ৰাধিকাৰ দিয়া উচিত।[৮৬] অসমত আসাম বেংগল ৰেলপথৰ নিৰ্মাণৰ কাম চলি থাকোঁতে ১৯০০ চনত লৰ্ড কাৰ্জন অসমলৈ আহিছিল। সেই সময়ত এই নিৰ্মাণ-কাৰ্য সোনকালে সম্পূৰ্ণ কৰাটো যে অতিশয় জৰুৰী সেই কথা লৈ সভাৰ সভাপতিয়ে চৰকাৰৰ প্ৰতি গভীৰ আনুগত্য জনাই বৰলাটৰ হাতত এখন আদৰণি-পত্ৰ প্ৰদান কৰিছিল; তাত তেওঁ আৰু দুটা বিষয়ত বিশেষ গুৰুত্ব দিছিল—সেয়া হৈছে ৰায়তসকলক দীঘলীয়া বন্দবস্তত মাটি পত্তন দিয়া আৰু তাতকৈও, অসমৰ ৰাজকীয় বিধান সভাত অসমীয়াৰ প্ৰতিনিধিত্বৰ ব্যৱস্থা কৰা।[৮৭]

85. *Minute of Evidence, Royal Commission on Opium*, 1893, p. 36 ; Goswami, J. *Jagannath Baruah*, p. 36.
86. *Ibid*, also *AS., Home A*. 1894, Secretary, Jorhat, Sarbajanik Sabha, 14 December 1892.
87. *Address Presented to Lord Curzon of Kedleston, March 1900* ; see Address presented at Gauhati by the people of Assam, 13 March.

ইতিমধ্যে চৰকাৰৰ ওচৰত ৰাইজৰ অভাৱ-অভিযোগ আৰু আশা-আকাংক্ষা ব্যক্ত কৰিবলৈ বহল ভিত্তিত এখন প্ৰাদেশিক সন্মিলন গঠনৰ প্ৰাথমিক ব্যৱস্থা হাতত লোৱা হৈছিল। ১৯০৫ চনৰ এপ্ৰিল মাহত 'আসাম এছচিয়েছন' (Assam Association) গঠিত হয়। তাৰ সভাপতি হ'ল ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱা আৰু সম্পাদক মাণিকচন্দ্ৰ বৰুৱা; গৌৰীপুৰ আৰু গুৱাহাটীত প্ৰধান কাৰ্যালয় আৰু আন কেইবা-খনো নগৰত ইয়াৰ শাখা স্থাপিত হ'ল।[৮৮] পূৰ্ববংগৰ কেইখনমান জিলা সাঙুৰি দি অসমৰ এলেকা বৃদ্ধি কৰাৰ যি পৰিকল্পনা তেতিয়া চলিছিল তাৰ বিৰোধিতা কৰাই আছিল এছচিয়েছনৰ কৰিবলগীয়া সৰ্বপ্ৰথম কাম। ইয়াৰ গোৱালপাৰা, বৰপেটা, গুৱাহাটী, নগাওঁ, তেজপুৰ, গোলাঘাট আৰু ডিব্ৰুগড় শাখাৰ সমৰ্থনত ১৯০৪ চনৰ ১৪ ফেব্ৰুৱাৰী তাৰিখে গৌৰীপুৰত বহা ৰাজহুৱা সভাত এছচিয়েছনে বিৰোধিতা কৰিলে এই আশংকাত

> যে অসমৰ ঐতিহাসিক নাম চিৰকাললৈ লুপ্ত হৈ যাব; ইয়াৰ ভাষাৰ অনিষ্ট সাধন হ'ব; আৰু প্ৰকৃত অসমৰ বাহিৰত ইয়াৰ ৰাজধানী পাতিলে বৰ্তমান চৰকাৰৰপৰা পোৱা মৰম-মনোযোগথিনিৰপৰা অসমীয়া মানুহ বঞ্চিত হব লাগিব।

যদিহে পশ্চিম বংগ চৰকাৰৰ ওপৰত পৰা অতিৰিক্ত বোজা কমাবলৈহে এই ৰাজ্য পুনৰ্গঠনৰ আৱশ্যক হৈছে সেই ক্ষেত্ৰত এছচিয়েছনে পৰামৰ্শ দিছিল ঃ

> ৰংপুৰ, কোচবিহাৰ, জলপাইগুৰি আৰু বগ্ৰা জিলাৰ কিছু অংশ অসমৰ লগত লগ লগাই দি সেই কাম কৰিব পাৰি, কাৰণ এই ঠাইবিলাকৰ বাসিন্দাসকলৰ জাতি, ধৰ্ম্ম আৰু ভাষা তেওঁলোকৰ ওচৰচুবুৰীয়া নামনি অসমৰ লগত একে।[৮৯]

88. *Parliamentary Paper (HC), 1906, Vo. 81,* Enclosure ; 4 Baruah, P. K. *The Assam Delegation* 1-ii.
89. *Ibid,* Annexure Z, Proceedings Assam Association, Appendix, E. 145. *News Item, The Bengalee,* 17,19,25 October and November 19, 1905 : *Abstract of Intelligence, Eastern Bengal and Assam Police,* 26 January, 1907.



ওপৰত উল্লেখ কৰা সভা-সমিতিবোৰৰ জনসাধাৰণৰ লগত সম্পৰ্ক নাছিল। অসমীয়া শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ লোকে সেইবোৰৰ সংগঠন কৰিছিল। তেওঁলোকৰ ভাৱধাৰা আৰু আদৰ্শসমূহত আছিল বঙালী-বিৰোধী মনোভাৱ আৰু ইংৰাজানুগত্যৰ প্ৰভাৱ। তাৰ কাৰণো আছিল— বঙালী ভাষাৰ পৰিবৰ্তে অসমীয়া প্ৰৱৰ্তন কৰোঁতে বহুতো পলম হৈছিল, আসাম প্ৰদেশ পুনৰ্গঠনৰ পাছতো চৰকাৰী কাৰ্যালয়-সমূহত বঙালীৰ আধিপত্য চলিয়েই থাকিল; তাতকৈও অসম নিবাসী বহুতো বঙালীয়ে উচ্চাত্মিকা মনোভাবো পোষণ কৰিছিল। সেই কাৰণে লক্ষীনাথ বেজবৰুৱা, পদ্মনাথ গোঁহাই বৰুৱা, হেমচন্দ্ৰ গোস্বামী, বেণুধৰ ৰাজখোৱা প্ৰভৃতি অসম-প্ৰেমীসকলৰ তেনেধৰণৰ বঙালীৰ প্ৰতি ঘৃণাৰ ভাব হৈছিল। বংগদেশৰ নৱজাগৰণৰ ঢৌৱে তেওঁ-লোককো প্ৰভাৱান্বিত কৰিছিল যদিও অসমৰ ঠেক-মনা বঙালীৰ কাৰ্যকলাপে তেওঁলোকৰ মনোভাব বিৰক্ত কৰিছিল। বেজবৰুৱাই কোৱাৰ দৰে একমাত্ৰ বঙালী ভাষাটোৱেই বঙালী অসমীয়াৰ মাজত বিন্ধ্য পৰ্বত হৈ পৰি থকা নাছিল। তেওঁ কৈছিল ঃ[৯০]

> গড়গঞা মিতিৰৰ ভাও, মুখে বোলে থাক থাক, ভৰিৰে হেঁচোকে নাও। আসামৰ আসামবাসী বঙ্গালীৰ ভাতৃ-ভাবত খুবাতো সেৱা, চৰণতো সেৱা। পোদ্দৰ টকীয়া কাম এটা খালি হ'লেও দেশৰপৰা বঙ্গ ভায়াৰ আমদানী। কথাই কথাই "আসামী ভূত" নামে সম্বোধন নকৰিলে তেওঁলোকৰ গা নুজুৰায়।

আকৌ বঙালী ভায়া ঃ

> তুমি অসমীয়াৰ সৈতে খোৱা-লোৱা, ফুৰা-চকা, মিলা-প্ৰীতি-প্ৰণয়, সম্বন্ধ-সম্পৰ্কত সকলোতে দখল কৰিছা; কেৱল ভাষাটোৰ বাবেহে এটা পয়চাৰ অমিল হৈ আছে। আচলতে ৰাগৰ গুৰিত টা-না-না-না, এই কথাৰ গুৰিতো vanity বা বৃথা গৰ্ব নামেৰে টা-না-না-না পদাৰ্থ।

বঙালী শিক্ষকে অসমীয়া জাতিক তিৰস্কাৰ কৰাত প্ৰতিবাদ কৰোঁতে হেমচন্দ্ৰ গোস্বামী আৰু তেওঁৰ সহপাঠীসকলে একালত কঠোৰ শাস্তি

90. গোস্বামী, যতিন্দ্ৰনাথ; বেজবৰুৱা প্ৰবন্ধ বাছনি 'অসমীয়া ভাষা ৬-৭ পৃঃ।

খাব লগাত পৰিছিল। কহিমা হাইস্কুলৰ হেড্ মাষ্টৰক অসমীয়া ভাষা প্ৰচলনৰ পৰামৰ্শ দি সেই ঠাইত অ.ভা.উ. সা.ৰ শাখা প্ৰতিষ্ঠাৰ প্ৰচেষ্টা চলোৱা বাবে গোহাই বৰুৱাই "বঙাল খেদা" উপাধি লাভ কৰিছিল।[91] বঙালী আলোচনী-কাকতত প্ৰায়ে অসমীয়া ভাষাক আক্ৰমণ কৰি থকা বাবে বেজবৰুৱাই ডেকা চামক সতৰ্ক কৰি দিব লগা হৈছিল ঃ

> বুৰঞ্জীৰ অভিনয় পুনৰ হব। অসমীয়া ভাষা গিলিবলৈ আকৌ দৈত্য, দানব, অপহৃতা, অসুৰৰ আবিৰ্ভাব হ'ব। সেই দেখিহে অসমীয়া ভাইসকল, তোমালোকে গা পেলাই নিদিবা। সদায় সজাগ-সম্বম হৈ থাকিবা। "উত্তিষ্ঠত জাগ্ৰত, প্ৰাপ্য বৰান্ নিবোধত।"[92]

কিন্তু বেজবৰুৱাৰ মতে বঙালী মাত্ৰেই যে বেয়া সি কদাচিতো নহয়। "ভালৰ ভাল সৰ্বতিকাল।" সিবিলাকৰ মাজতো মহৎ লোক আছে। অসমীয়া ভাষাৰ আদিগুৰু শংকৰদেৱ আৰু ৰামসৰস্বতীকো বঙাল কৰিব খোজা অসমীয়া ভাষা-বৈৰী চন্দ্ৰমোহন গোস্বামীৰো গুণ-কীৰ্তন কৰি "মোৰ সোঁৱৰণত" বেজবৰুৱাই লিখিছে ঃ

> "মোৰ বিদ্যাৰ ছমাহমানৰ পিছত এদিন কলিকতাত মোৰ গুৰুদেৱ চন্দ্ৰমোহন গোস্বামী হেড্‌মাষ্টৰৰ সৈতে দেখা হৈছিল। তেওঁ মোক মৰমেৰে কৈছিল ঃ "তুমি ঠাকুর বাড়ীতে বিয়ে করেছ আমি খুব খুসি হয়েছি। কিন্তু নিজের বংশের সন্মান ঠিক রেখে চলো। তুমি তাদের বলে দেও তোমরা যেমন বেঙ্গলে বরলোক আমরাও আসামে তেমন। কোন বিষয়েও হীনতা স্বীকার করোনা।" গুৰুদেৱক কৃতজ্ঞতা জনাই প্ৰণাম কৰিলোঁ। ওথ শাৰীৰ অন্তঃকৰণ কেনে মহৎ![93]

আকৌ এইজনা প্ৰতিভাশালী শিক্ষকে পদ্মনাথৰ অন্তৰো এনেদৰে জিনিব পাৰিছিল যে, তেখেত শিৱসাগৰৰপৰা কহিমা হাইস্কুললৈ বদলি হোৱাত তেখেতৰ তলতে শিক্ষালাভৰ উদ্দেশ্যে গোঁহাই বৰুৱাই

91. শৰ্মা, বেনুধৰ, অসমীয়া সাহিত্যৰ পৰমাচাৰ্য্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী (১৯৭২), আদি শিক্ষা চাওক; গোহাঞি বৰুৱা, পদ্মনাথ, প্ৰকাশন পৰিষদ, (১৯৭১), ৩৯৪ পৃঃ।
92. লক্ষীনাথ বেজবৰুৱা, প্ৰকাশন পৰিষদ, (১৯৮১) ৬৯ পৃঃ।
93. ঐ, ১১৬ পৃঃ।



খোজ কাঢ়িয়েই কহিমা ওলাইছিলগৈ।[94] অহি-নকুল সম্পৰ্কৰ দুয়ো জাতিৰ সমিলমিলৰ উদ্দেশ্যে গুণাভিৰামে লিখিছিল ঃ[95]

> বঙালী বুলিলে আমাৰ মানুহৰ পক্ষে বৰ ঘৃণাৰ কথা। কিছুকাল পূৰ্ব্বে কিছুমান অশিক্ষিত আৰু নিছ প্ৰকৃতিৰ বঙালী লোকে আমাৰ দেশলৈ আহি অনেক কুকাৰ্য্য কৰিছিল। সেই কাৰণেই বঙালীৰ প্ৰতি সাধাৰণ তেনে ভাব হ'ল.. সেই ভাব এতিয়াও উন্মোচিত হোৱা নাই। বঙালীৰ আচাৰ-নীতি বস্তু অজস্ৰে আমাৰ মানুহে লয় কিন্তু লোকক ঘৃণা কৰে...আমাৰ কৰ্ত্তব্য এইটোহে দেখা যায় যে বঙালীৰ ভাই ককাই যেন দেখো...হিমালয় গৰ্ভত উৎপত্তি হই ব্ৰহ্মপুত্ৰ নদ যেনেৰূপে আমাৰ দেশেৰে বই গই গঙ্গানদীৰ লগ লাগি সুবিস্তাৰ মেঘনা নাম ধৰি মহাসমুদ্ৰত পৰিছে সেই-ৰূপে আমি সংকীৰ্ণ ভাব এড়ি বিদেশী বঙালীৰে মিহলী হৈ উন্নতি সমুদ্ৰত পড়ে এইকথা সাৰোগত কৰিব পাৰিলে দেশৰ মঙ্গল হয়।"

পাশ্চাত্য শিক্ষিত 'মৌ'ৰ সম্পাদক বলিনাৰায়ণ বৰাই অসমীয়া জাতিৰ অধোগতিৰ বাবে উভয় পক্ষকে দোষাৰোপ কৰিছিল (পৰিশিষ্ট চাওক)। অতি সন্তোষৰ কথা, বঙালীসকলৰো জনদিয়েক খ্যাতনামা পণ্ডিত আৰু শিক্ষাবিদে বঙালীসকলৰ অসমীয়া ভাষা সম্পৰ্কে ভুলভ্ৰান্তি দূৰ কৰি দুয়োপক্ষৰ মিলাপ্ৰীতিৰ হকে যথেষ্ট বৰঙণি যোগাইছিল। ব্ৰনসনৰ অসমীয়া-ইংৰাজী অভিধানত তেতিয়া কোৱা হৈছিল যে, ৬০৮ টা শব্দৰ ভিতৰত ৫৯১ টাৰ মূল বঙালী। এই অভিমতৰ সত্যাসত্য নিৰ্ণয়ৰ কাৰণে ২৪ পৰগণা জিলাৰ এ. ডি. এম, ৰমেশ চন্দ্ৰ দত্তৰ পৰামৰ্শ লোৱা হৈছিল। এই যুক্তি ভিত্তিহীন বুলি তেওঁ ওফোৰাই দিছিল; স্বীকাৰ কৰিছিল, "বাৰেপতি চেষ্টা কৰিও অভিধান খনৰ অসমীয়া পাতনিখনৰ অৰ্থ উলিয়াব নোৱাৰিলোঁ।"[96] তেনেকৈ বংগদেশৰ খ্যাতনামা সাহিত্যিক দীনেশচন্দ্ৰ সেনৰ অসমীয়া স্বতন্ত্ৰীয়া ভাষা নহয় বুলি কৰা যুক্তি খণ্ডন কৰি চাৰ আশুতোষ মুখাৰ্জীয়ে

94. গোহাঞি বৰুৱা, পদ্মনাথ, ৪ পৃঃ।
95. 'বঙালী', আসাম বন্ধু, ৯৯-১০০ পৃঃ।
96. Neog, Dimbeswar, *op. cit*, p.

মন্তব্য কৰিছিল "আনৰ ন্যায়সংগত অধিকাৰ এৰি দিবলৈ আপুনি পাছ হুহঁকিছে। চোৰ-ডকাইতৰ বাহিৰে কোনো সৎচিন্তাৰ লোকে এনে দাবী নকৰে।" কলিকতা বিশ্ববিদ্যালয়ৰ বি. এ. মহলালৈকে আৰু পাছত এম.এ. মহলালৈকে অসমীয়া ভাষাক পাঠ্যক্রমৰ অন্তর্ভুক্ত কৰিচাৰ আশুতোষে অসমীয়াৰ শলাগ আৰু কৃতজ্ঞতাৰ পাত্র হৈছে।[97] অসম ছাত্র সন্মিলনৰ তেজপুৰ অধিবেশনৰ সভাপতিৰ অভিভাষণত আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰয়ে খোলা খুলিকৈয়ে স্বীকাৰ কৰিছিল যে

> ষোল শতিকাৰ ভট্টদেৱে ৰচনা কৰা কথা-গীতাৰ এক স্বকীয় বৈশিষ্ট আছে। অসমীয়া গদ্য-সাহিত্যই দূৰ অতীতৰ ষোল শতিকাতে এনে এটা উচ্চ পৰ্যায়লৈ উঠিছিল যিটো ইংলণ্ডৰ হুকাৰ আৰু লেটিমাৰৰ লেখাৰ বাহিৰে, পৃথিৱীৰ আন কোনো ভাষাই উঠিব পৰা নাই। (গতিকে) আজি যদি কোনো অসমীয়া পণ্ডিতে থিয় হৈ কয় যে, বঙালীয়েহে তেওঁলোকৰ গদ্য-সাহিত্য অসমীয়া সাহিত্যৰপৰা ধাৰ কৰিছে আৰু তাৰদ্বাৰা তেওঁলোকৰ ভাষা চহকী কৰিছে তেন্তে তেওঁৰ যুক্তি খণ্ডন কৰা টান হ'ব।

ভাষা বিবাদ সম্পৰ্কে ক'বলৈ গৈ তেওঁ মন্তব্য কৰিছিল ঃ "বহুদিন ধৰি অসমীয়া ভাষাৰ স্বতন্ত্রতা আৰু স্বকীয়া অস্তিত্বৰ বিষয়ে বাদানুবাদ চলি আছে। মই কওঁ অসমত বাস কৰা বঙালীৰ প্ৰাদেশিকতা আৰু জাতীয় চেতনাৰ অৱমাননাৰ কাৰণেহে সেয়া হবলৈ পাইছে।"[98] আনকি তেতিয়ালৈকে অসমীয়া ভাষাৰ বিষয়ে বিৰূপ মন্তব্য কৰি থকা ৰবীন্দ্ৰনাথ ঠাকুৰেও হেমচন্দ্ৰ গোস্বামীলৈ লিখিছিল ঃ

> "আমাৰ বঙলা ভাষাত গদ্য-সাহিত্য ৰচিত হোৱাৰ এশ বছৰৰো আগতে দ্বিজন গ্রন্থকাৰে (গীতাৰ) ইমান চমকপ্ৰদ আৰু সাৱলীল ভাবে গদ্য ৰচনা কৰিব পাৰিছিল সেইজন গ্রন্থকাৰক লৈ আপোনালোকে নিশ্চয় গৌৰৱ কৰিব পাৰে।"[99]

---

97. গোস্বামী, যতিন্দ্রনাথ ( সম্পাদিত ), 'ডায়েৰীৰ কেইপাতমাত্র',...হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী ( ১৯৭২ ), ৫২৮, ৫৩৪ পৃঃ ; শৰ্মা, বেণুধৰ, অসমীয়া সাহিত্য পৰমাচাৰ্য্য পণ্ডিত ঃ হেমচন্দ্ৰ গোস্বামী, ৬৩ পৃঃ।
98. ঐ, Bhuyan S K., *Studies in the Literature of Assam*, pp 77-8.
99. ঐ, Letter Rabindra Nath Tagore, Oct. 10, p. 199.



সাধাৰণতে অসমীয়া আৰু অসমীয়া ভাষা-সংস্কৃতিৰ বিপক্ষে শিক্ষিত বঙালীসকলৰ মনত সেইদৰে হিংসা-অসূয়া নাছিল ; বৰং তেওঁলোকৰ কিছুমানে অসমীয়া সাহিত্য, বুৰঞ্জী আৰু প্ৰত্নতত্ত্বলৈ বিশেষ তাৎপৰ্যপূৰ্ণ অৱদানহে আগবঢ়াইছে।[100] কামৰূপ শাসনাৱলীৰ প্ৰখ্যাত প্ৰত্নতাত্ত্বিক গ্ৰন্থকাৰ পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ আছিল বঙালী ; তেৱেঁই ১৯১৫ চনত পৰামৰ্শ আগবঢ়াইছিল যে অসমীয়া সাহিত্যিকসকলৰ এখন সমিতি হ'ব লাগে আৰু তাৰপৰা বংগীয় সাহিত্য সন্মিলনলৈ এজন প্ৰতিনিধি পঠাব লাগে ; উদ্দেশ্য আছিল অসমীয়া আৰু বঙালীৰ মাজত পাৰস্পৰিক সম্বন্ধ উন্নত কৰা।[101]

অসমীয়া বুদ্ধিজীৱিসকলৰো বংগদেশৰ সিবিলাকৰ সতীৰ্থসকলৰ দৰে এটা সুসভ্য চৰকাৰৰ ওপৰত গভীৰ আস্থা আছিল। নতুন যুগৰ আৰম্ভণিতে বৃটিছসকলৰ অসম আগমণক আনন্দৰাম ঢেকিয়াল ফুকনে সম্বৰ্ধনা জনাইছিল, কিয়নো

> আভ্যন্তৰীণ দন্দ-খৰীয়াল আৰু সঘনাই হোৱা গৃহযুদ্ধৰ ফলত ইতিপূৰ্বেই হ্ৰাস হৈ যোৱা জনসংখ্যাৰ আধাতকৈ অধিক মানৰ অসভ্য আৰু অমানুষিক অত্যাচাৰত প্ৰায় শেষ হৈ দেশখন চাৰখাৰ হ'ল, ইয়াৰ পৰা উদ্ধাৰ কৰাতকৈ অসমৰ মানুহৰ আৰু ডাঙৰ উপকাৰ একো হব নোৱাৰে।[102]

একে সুৰতে ৰাজা ৰামমোহন ৰায়ে সৰ্বশক্তিমান বিশ্বনিয়ন্তাক ধন্যবাদ জনাইছিল ঃ

---

100. পশ্চিম বংগৰ ৰাহাৰৰ ( ২৪ পৰগণা ) ভোলানাথ চক্রৱর্তী আমাৰ ধন্যবাদৰ পাত্র। তেওঁ 'অসমীয়া ভাষা বাঙ্গালীৰও ভাষা', 'বঙ্গদেশত অসমীয়া ভাষাৰ সমাদৰ', 'অসম সাহিত্য সভাৰ অসমীয়া ভাষাৰ বিৰোধী কাৰ্য্য' —প্ৰভৃতি শিৰোনামৰে লিখা এলানি প্ৰবন্ধই বহুত তথ্যৰ সন্ধান দি তাৰ দ্বাৰা দুই জাতিৰ ভিতৰত ভুল বুজাবুজি আঁতৰাবলৈ চেষ্টা কৰিছে।
101. "এই প্ৰস্তাৱ নবীন সাহিত্যিক দলে সমৰ্থন কৰিছিল ; কিন্তু প্ৰধান সাহিত্যিক জনচেৰেকে তাৰ বিৰুদ্ধবাদী হোৱাত সেই প্ৰস্তাৱ গৃহীত নহ'ল"— হৰিপ্ৰসাদ নেওগ (সম্পাদিত) অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ ১৯৫০, ৩ পৃঃ।
102. Mills, *Report on Assam*, Observations on the Administration on Assam.

পূৰ্বৰ শাসনকৰ্ত্তাসকলৰ সুদীৰ্ঘ কালৰ অত্যাচাৰৰ পৰা অপ্ৰত্যাশিত ভাবে উদ্ধাৰ কৰি দেশখনক ইংৰাজৰ অধীনলৈ আনিলে যি ইংৰাজ জাতিয়ে অকল নিজেই নাগৰিক আৰু ৰাজনৈতিক স্বাধীনতাৰ শুভাশীষ পোৱাই নহয়, সেই জাতিয়ে তেওঁলোকৰ দ্বাৰা প্ৰভাবান্বিত সেই জাতিসমূহৰ যাতে স্বাধীনতা আৰু সামাজিক সুখ-শান্তিত বাস কৰিব পাৰে···সিবিলাকৰ সেয়ে কামনা আছিল।[103]

গুণাভিৰাম বৰুৱা আৰু এখোপ ওপৰলৈহে গৈছিল। উজনি অসম, ফুলগুৰি আৰু জয়ন্তীয়াপাহাৰত আন্দোলন হোৱাটো তেওঁ কোনোপধ্যে সমৰ্থন নকৰিছিল। সুবিধাজনক চৰ্তত পতিত মাটিৰ পত্তন দি চাহ-খেতি সকলোৰ বাবে মুকলি কৰি, ভাপনাও চলোৱা, যোগাযোগৰ সুবিধা বঢ়োৱা আৰু ব্যৱসায়-উদ্যোগৰ বিকাশ সাধনৰ বাবে তেওঁ বৃটিছ চৰকাৰক ভূয়সী প্ৰশংসা কৰিছিল। এনে ধাৰণাও তেওঁৰ হৈছিল যে ১৭৯২ চনতে কেপ্টেইন ওৱেল্চ্ (Captain Welsh) অহাৰ লগে লগে কোম্পানীৰ শাসন (Pax Brittainica) বিয়পি পৰা হ'লে অসমৰ অৱস্থা এশগুণ উন্নত হ'লহেঁতেন।[104] 'মৌ'য়ে বৃটিছ শাসন স্থায়ীভাবে থকাতোকে কামনা কৰিছিল—বৃটিছ শাসনে এইদেশৰ নানা ভাষাভাষী আৰু নানা ধৰ্মীয় অধিবাসী থকা স্বত্বেও একতাৰ ডোলেৰে দেশখন বান্ধিলে আৰু উমৈহতীয়া স্বাৰ্থজড়িত বিষয়ত মতামত বিনিময়ৰ সুবিধাৰ কাৰণে ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰতিষ্ঠাৰ পথ সুগম কৰিলে।[105]

অসমৰ নেতৃবৃন্দ আন ঠাইৰ নেতাসকলৰ দৰেই সেই যুগৰে সৃষ্টি; গতিকে যি পৰিস্থিতিত তেওঁলোকে কাম কৰিবলগীয়া হৈছিল, সেই পৰিস্থিতিয়ে তেওঁলোকৰ চিন্তাধাৰা আৰু আদৰ্শৰ ৰূপ দিছিল। মান-দোৱনীয়াৰ আক্ৰমণ আৰু পৰ্বতীয়া জনজাতিহঁতৰ সঘনাই হোৱা উপদ্ৰৱৰ কথা সেইকালৰ মানুহে পাহৰিব পৰা নাছিল।

103. Cited in Majumdar, R. C., *Glimpses of Bengal in the Nineteenth Centuny*, pp. 19-20
104. গুণাভি, আসাম বুৰঞ্জী ১৫২, ১৬৬, ১৬৭-৬৯।
105. মৌ, ৯৫-৬ পৃঃ।



দেশত চলি থকা অৰাজকতা আৰু বিভাজনমূলক শক্তিসমূহৰ বিপক্ষে নিৰাপত্তাৰ প্ৰতিশ্ৰুতি দিব পাৰিব—একমাত্ৰ বৃটিছ চৰকাৰেহে। সিবিলাকে বঢ়িয়াকৈ বুজিছিল—শেষ মুহূৰ্ত্তত বৃটিছ ফৌজ আহি নোপোৱা হ'লে হয়তো অসমখন মানদেশৰ লগতে চামিল হ'লহেঁতেন নাইবা উত্তৰ-দক্ষিণৰ দুয়োফালৰ পৰ্বতীয়াহঁতে টুকুৰা টুকুৰকৈ ভগাই ললেহেঁতেন। ইংৰাজী শিক্ষা আৰু পাশ্চাত্য সভ্যতাৰ প্ৰতি তেওঁলোক বেছি-ৰকমে আসক্ত হৈ পৰিছিল; বৃটিছৰ ন্যায় পৰায়ণতা আৰু উদাৰতাৰ ওপৰতো গভীৰ আস্থা আছিল। তেওঁলোকে স্বৰাজ বিচৰা নাছিল, বিচাৰিছিল সুৰাজ, অৰ্থাৎ ভাল শাসন; —স্বৰাজৰ এটা পৰিশোধিত ৰূপ। তাকে তেওঁলোকে লাভ কৰিবলৈ বিচাৰিছিল বৃটিছসকলৰ পৰিচালনাৰ দ্বাৰা। তেওঁলোকৰ আদৰ্শ আছিল বংগৰ সুৰেন্দ্ৰ নাথ বেনাৰ্জীৰ দৰে; বেনাৰ্জীয়ে একালত কৈছিল[106]

ইংলণ্ডলৈ আমি চাওঁ অনুপ্ৰেৰণা আৰু নেতৃত্বৰ বাবে। ইংলণ্ডৰপৰাই আহি লাগিব চূড়ান্ত আদেশ—যাৰপৰা আমাৰ মানুহে পাব ভোটাধিকাৰ। ৰাজনৈতিক কৰ্তব্যৰ উচ্চ স্তৰত ইংলণ্ডই আমাৰ ৰাজনৈতিক গুৰু আৰু পুৰোহিত।

গতিকে অসমীয়া শিক্ষিত শ্ৰেণীটোৱে উন্নতৰ শাসন-ব্যৱস্থা বিচাৰি বাৰে বাৰে আবেদন জনাইছিল। তেওঁলোকে বাতৰি-আলোচনী আৰু ৰাজনৈতিক সংস্থাসমূহৰ যোগেদি বিচাৰিছিল যে, ন্যায় বিচাৰ আৰু পুলিচ প্ৰশাসনৰ উন্নতি হ'ব লাগে, টেক্স কমাব লাগে, আবকাৰী কানি উঠাই দিব লাগে, স্কুল-কাছাৰীত অসমীয়া চলাব লাগে, শিক্ষাৰ মান উন্নত কৰিব লাগে, লোকসেৱাত আৰু বেছি লোকক নিযুক্তি দিব লাগে, স্থানীয় পৰিষদ আৰু কেন্দ্ৰীয় সংসদত প্ৰতিনিধিৰ সংখ্যা বঢ়াব লাগে। তেওঁলোকৰ বিশ্বাস হৈছিল যে এইবোৰ সম্ভৱ হ'ব প্ৰাৰ্থনা, দৰ্খাস্ত, আবেদন-নিবেদন, সজাতী দল পঠিওৱা আৰু ৰাজহুৱা সভাৰ প্ৰস্তাৱ পঠিওৱাৰ দ্বাৰা। কথাতেই হওক বা কামতেই হওক

106. Cited in Bisheswar Prasad ; *Changing Modes of Indian National Movement*, pp 43-4.

যি কোনো ধৰণৰ হিংসা পৰায়ণতাৰ পৰা তেওঁলোক আঁতৰি আছিল। 'মৌ'ৰে বংগদেশৰ গাওঁসভাৰ আহিত আশীৰ দশকত দেখা দিয়া ৰায়ত-সভাবিলাকৰ আন্দোলনমুখী মনোভাৱৰ বিপক্ষে থিয় দিছিল।[107] ৰাইজমেল বা গাওঁসভাবিলাকৰ কাৰ্যভিত্তিক আচঁনিসমূহৰ ওপৰত আসাম এছোচিয়েনৰ আস্থা নাছিল। তেওঁলোকে বিশ্বাস কৰিছিল সাংবিধানিক আন্দোলনৰ ওপৰত,—বিশ্বাস কৰিছিল যে, ৰাইজৰ অভাৱ-অভিযোগ দূৰীকৰণ আৰু শাসন-সংস্কাৰ সম্ভৱ হব প্ৰাৰ্থনা আৰু আবেদন-নিবেদনৰ যোগেদিহে।[108] শিক্ষিত অসমীয়া শ্ৰেণীয়ে বংগ-দেশৰ নেতাসকলৰ আহ্বানত শোভাযাত্ৰা, প্ৰতিবাদ-সভা সংগঠন আৰু স্বদেশী আৰু বয়কট্ আন্দোলনত যোগদান কৰিছিল যদিও বিৰোধী আন্দোলনৰ বিপক্ষে মূৰ দাঙি উঠা প্ৰতিক্ৰিয়াশীল বিষয়াক হত্যা কৰা আৰু ভাবুকি দিয়া কাৰ্যকলাপবোৰক কু-কাৰ্য বুলি গণ্য কৰিছিল। হিংসাত্মক ত্ৰাসসৃষ্টিৰ দ্বাৰা মুক্তি সাধনৰ পথটোকে লক্ষ্মীনাথ বেজবৰুৱাই হেয় জ্ঞান কৰিছিল। ৰাইজে দেখিব নোৱাৰা বিষয়াক আঁতৰোৱাৰ কাৰণে বংগদেশৰ ডেকাসকলে গ্ৰহণ কৰা হিংসাত্মক পথ 'কৃপাবৰ বৰবৰুৱাৰ বুৰবুৰণিত' প্ৰকাশিত "বম" নামৰ প্ৰবন্ধত লক্ষ্মীনাথ বেজবৰুৱাই সমুলঞ্চে পৰিহাৰ্য্য বুলি লিখিছিল।[109] আসাম বন্তিয়ে মন্তব্য কৰিছিল, "আন কোনোবা প্ৰদেশৰপৰা অসমীয়া মানুহৰ মাজত দেশদ্ৰোহ বিয়পাবলৈ অহাবোৰক আমি দবিয়াই হুঁকিয়াই খেদিব লাগে।

107. মৌ, ৪৫ পৃঃ।

108. *Parliamentany Papers ( H. C ), 1906, Vol 81*, Baruah, P. K., The Assam Delegation, i-ii.

109. "ভাবৰ বুৰবুৰণি"ত বেজবৰুৱাই লিখিছে—লিখা-পঢ়া শিকি এই ডেকা ল'ৰাখনে শিকিলে মাথোন চোৰৰ দৰে লুকাই চুৰকৈ লোকৰ গাত ব'ম মাৰিবলৈ, মানুহ খুন কৰিবলৈ···বোলো তইঁতৰ গাত যদি বল নাই, সাহ নাই, পিত নাই, তেন্তে গেন্ধেলা কাম কৰিবলৈ যাৱ কিয়? সাপে খুটি অলেখ মানুহ মাৰিছে, তথাপি মনুষ্য বংশ নিবংশ কৰি সৰ্পৰাজ্য প্ৰতিষ্ঠা কৰিব পৰা নাই। সি গাতঁত সোমাই মানুহ মৰাত বাহিৰে আৰু কি মহৎ কাৰ্য্য কৰিব?" লক্ষ্মীনাথ বেজবৰুৱা, প্ৰকাশন পৰিষদ, ২৩০-৩১ পৃঃ।



"স্বদেশী আৰু স্বৰাজৰ বাবে চিঞঁৰ-বাখৰ কৰা বিলাকে যেতিয়ালৈকে ৰক্তপাত, হিংসা আৰু বিশৃংখলতাৰ আচনি থাকিব, তেতিয়ালৈকে ৰাইজে তেওঁলোকৰ নেতৃত্ব মানি লব বুলি তেওঁলোকে আশা কৰিব নোৱাৰে।"[110] 'টাইম্‌ছ্ অব্ আচাম'ৰ এই কিআযাৰ কথা আছিল অসমীয়া মানুহৰ আবেগ-অনুভূতিৰ প্ৰতিধ্বনি।

ওপৰত উল্লেখ কৰা সভা-সমিতি আৰু সংগঠনবোৰে অসমত বিশেষ সমস্যাৰ প্ৰতি মনোযোগ দিছিল যদিও, ভাৰতৰ ৰাজনীতিৰ-পৰা একেবাৰেই আঁতৰি থকা নাছিল। দৰাচলতে, অসমৰ প্ৰতিনিধি-সকলে ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ আগে আগে বহা জাতীয় সন্মিলনতো যোগ দিছিলগৈ। যথাবিহিত ভাবে নিৰ্বাচিত হোৱা প্ৰতিনিধি দেবীচৰণ বৰুৱা, সত্যনাথ বৰা আৰু কালীকান্ত বৰকাকতিৰ দৰে লোকে কংগ্ৰেছৰ কেইবাটাও অধিবেশনত অকল উপস্থিত থকাই নহয় সক্ৰিয়ভাবে যোগদানো কৰিছিল। জাতীয় চেতনাৰে উদ্বুদ্ধ কেইজনমান নেতা—নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন আৰু চন্দ্ৰনাথ শৰ্মাই প্ৰাধান্য লাভ কৰাৰ পাছত আসাম এছচিয়েছনৰ সুৰ একেবাৰেই সলনি হৈ গ'ল। আঞ্চলিকতাবাদৰ ঠাইত জাতীয়তাবাদ মূৰ দাঙি উঠিল। নতুন সংস্কাৰসমূহে ভাৰতৰ জাতীয় আশা-আকাংক্ষা পূৰণ কৰাত ব্যৰ্থ হোৱাত আৰু আনপিনে জালিয়ানৱালাবাগৰ হত্যাকাণ্ডই ভাৰতীয় জাতীয় কংগ্ৰেছে মহাত্মা গান্ধীৰ নেতৃত্বত চৰকাৰৰ বিপক্ষে দেশজুৰি অসহযোগ আন্দোলন সংগঠন কৰিলে। এই সংকটপূৰ্ণ মূহূৰ্ত্তত আসাম এছচিয়েছনে ভাৰতীয় কংগ্ৰেছৰ আশা-আকাংক্ষাৰ লগত নিজকে মিলাই নিদিয়াকৈ থকা নাছিল; ই সোনকালেই ভাৰতীয় জাতীয় কংগ্ৰেছৰ এটা শাখা আসাম প্ৰাদেশিক কংগ্ৰেছৰ লগত চামিল হৈ পৰিল। অসমৰ জাতীয়তাবাদীসকলে গান্ধীজীৰ উদাত্ত আহ্বানৰ সঁহাৰি জনাই ভাৰতক বিদেশীৰ কবলৰপৰা মুক্ত কৰাৰ চূড়ান্ত লক্ষ্য আগত ৰাখি অহিংস অসহযোগ আন্দোলনত জপিয়াই পৰিল।

110. *Report on the Native owned and Vernacular News papers*, June 1910, see *AS* : Political-B August 1911, No. 64.

# উপসংহাৰ

আগতে উল্লেখ কৰি অহা হৈছে যে, আমেৰিকান মিছনেৰীসকলে অনাহুতভাৱেই এটা সন্ধিক্ষনত অসমীয়া ভাষা-সাহিত্যক সঞ্জীৱিত কৰি আধুনিক ৰূপ দি যোৱা শতিকাৰ শেষৰফালে নৱজাগৰণৰ পথ প্ৰশস্ত কৰিছিল। সিবিলাকৰ মুখপত্ৰ অৰুনোদয়ে অসমীয়া জাতিৰ সাংবাদিকতা, গদ্য-সাহিত্য, বুৰঞ্জী-সংস্কৃতিৰ আৰম্ভণ কৰি জ্ঞান-বিজ্ঞান, দেশ-বিদেশৰ বাতৰিৰে বহিৰ্জগতৰ সংস্পৰ্শলৈ আনি আৰু জাতীয়-চেতনা জগাই উঠি অহা ডেকাচামক অনুপ্ৰাণিত কৰিছিল। ভাৰতীয় জাতীয়তাবাদ বৃটিছ ৰাজৰ অৱদান—এই কথাফাঁকিৰ সত্যতা অসমৰ ক্ষেত্ৰত বঢ়িয়াকৈ খাটে। যিমানেই দোষ-ত্ৰুটি বা ভুল-ভ্ৰান্তি নাথাকক, সামৰিক-অসামৰিক ইংৰাজ বিষয়াসকলে যিদৰে মানহঁতক খেদাই সঘনাই উপদ্ৰৱকাৰী কাষৰীয়া জনজাতিহঁতক দমাই অসমবাসীক অভয় দান কৰিছিল, সেইদৰে স্থলপথ, জলপথ আৰু ৰেলপথেদি যোগাযোগ আৰু পৰিবহন উন্নতি সাধন কৰি আৰু পাশ্চাত্য শিক্ষা আৰু ভাৱধাৰাৰ সম্প্ৰসাৰণ ঘটাই সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক আৰু পৰোক্ষভাৱে হ'লেও ৰাজনৈতিক ক্ষেত্ৰতো অসমীয়া জাতিক নৱজাগৰণৰ বাবে প্ৰস্তুতি কৰিছিল। প্ৰাক-স্বাধীনতা কালত ভাৰতৰ আন আন ঠাইত যেতিয়া সাম্প্ৰদায়িকতাৰ কৰ্কটৰোগে ভালকৈয়ে আক্ৰমন কৰিছিল, ব্ৰহ্মপুত্ৰ বা অসম উপত্যকাত সেইসময়ত হিন্দু-মুছলমান সম্প্ৰীতিয়ে এটা নতুন আদৰ্শ দাঙি ধৰিছিল। স্বাধীনতা যুদ্ধতো অসমৰ মুছলমান নেতাসকলে অসমৰ আন মুক্তি-যুজাৰুৰ লগত সমানে যুদ্ধ দিছিল। এটা কথা স্বীকাৰ কৰিব লাগিব যে যে উদাৰ আৰু দূৰদৃষ্টিসম্পন্ন মাৰোৱাৰীসকলৰ কোনো কোনো ফৈদে হাড়ে-মগজুৰে অসমীয়া হৈ অসমৰ সৰ্বাঙ্গীন উন্নতিৰহকে যত্নপৰ হৈছিল; কিন্তু এই সম্প্ৰদায়ৰ অধিকাংশই সিবিলাকৰ পূৰ্ব-ৰীতি অনুসৰি আঁচুটীয়া হৈ থাকি সিবিলাকৰ মূল উদ্দেশ্য বেপাৰ-বাণিজ্যতে আবদ্ধ আছিল। আপেক্ষিকভাৱে পিছপৰা বাবে অসমলৈ আহি



স্থায়ীভাৱে বসতি কৰা শীখ, নেপালী, হিন্দুস্থানী আৰু প্ৰব্ৰজনকাৰী বন্নুৱাসকলে অৰ্থকৰী বিষয়ে কিছু অৰিহনা যোগালেও নৱজাগৰণৰ আদিছোৱাত সিবিলাকৰ ভূমিকা লেখত লবলগীয়া নহয়; অৱশ্যে তেওঁ-লোকে অসমৰ স্বাৰ্থৰ প্ৰতিকুলে একো কৰা নাছিল, বৰং বেছিভাগেই খিলঞ্জীয়া লোকৰ মূলসুঁতিৰ লগত সমিলমিল হৈ বৃহৎ অসমীয়া জাতি গঠনত বৰঙণী যোগাইছিল।

অসমৰ নৱজাগৰণত আমেৰিকান বেপিষ্ট মিছনেৰীসকলৰ দৰে বংগ-ভাষীসকলৰ অৱদানো কম নহয়। ওঠৰ শতিকাৰ আদিভাগৰে পৰা আৰম্ভণ হৈ পিছৰ শতিকাৰ তৃতীয় দশকমানৰ পৰা এফালে বিদেশী শাস-কৰ পৃষ্ঠ-পোষকতা, আনফালে গন্যমান্য অসমীয়াসকলৰ বঙাল-প্ৰীতি বা উদাসীনতাৰ ভাবে অসমত বঙালী-ভাষা আৰু সংস্কৃতি দকৈ শিপাবলৈ ধৰে; হৰকান্ত সদৰ আমিন, হলিৰাম, যজ্ঞোৰাম, মণিৰামৰ দৰে বঙাল-প্ৰেমী নহ'লেও অসমীয়া ভাষাৰ ত্ৰাণকৰ্ত্তা আনন্দৰাম আৰু এই ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা বঙাল-বিদ্বেষী নাছিল। স্বাভাৱিকতে বঙালী শিক্ষাগুৰু, ধৰ্মগুৰু আৰু আমোলা-মহৰীৰ কাৰ্যকলাপত অসমীয়া ভাষা-সংস্কৃতি তল পৰি বঙলা ভাষা, ৰীতি-নীতি, সাজ-পোছাক, আহাৰ-বিহাৰ প্ৰচলন হবলৈ ধৰিলে। ভাগ্যে, এই সন্ধিক্ষণতে কলিকতাতে উচ্চশিক্ষা লাভ কৰি থকা অসমীয়া ডেকাচাম সচেতন হৈ জাতীয় ভাষা-সাহিত্য আত্মপ্ৰতিষ্ঠাৰ বাবে যত্নপৰ হ'ল। 'স্বৰ্গতো অধিক জন্মভূমি'—এয়ে হ'ল সিবিলাকৰ মূলমন্ত্ৰ। সিবিলাকৰ ভাষা-সাহিত্যৰ বিকাশ, বুৰঞ্জী-সংস্কৃতিৰ চিন্তা-চৰ্চ্চা, সমাজ-সচেতনতা, স্বদেশ প্ৰীতি আৰু জাতীয়তাবোধত, প্ৰত্যক্ষ বা পৰোক্ষভাৱে হ'লেও, বঙ্গ-নবোন্মেষৰ দ্বাৰা যে প্ৰভাৱান্বিত হৈছিল এই কথা আমি স্বীকাৰ কৰিব লাগিব। কিন্তু সকলো ক্ষেত্ৰতে প্ৰাধান্য লাভ কৰা প্ৰবাসী বঙালীসকলৰ কিছুমানৰ উচ্চাভিমানিকাবোধ বা অহমিকাভাব ইমান প্ৰবল হৈ উঠিছিল যে সিবিলাকে অসমীয়া ভাষাৰ স্বকীয়া সাহিত্য নাই আৰু অসমীয়া ভাষা বঙলাৰে অপভ্ৰংশ বুলি ক্ষান্ত নাথাকি সুবিধা পালেই

অসমীয়াক "আসাইমা ভূত" বুলি ইতিকিং কৰিবলৈকো কুণ্ঠাবোধ নকৰিছিল। এইবিলাক কাৰণতে পাশ্চাত্য শিক্ষিতসকলৰ জনদিয়েকে অতিষ্ঠ হৈ কিছু উগ্ৰজাতীয়বাদী ৰূপে বিজতৰীয়া ভাষা-সংস্কৃতিৰ বিৰুদ্ধ-গামী হোৱাও একো বিচিত্ৰ নহয়। বেজবৰুৱাই কোৱা দৰে বঙালী মাত্ৰেই যে বেয়া সেইটোও নহয়। "ভালৰ ভাল সৰ্ব্বতিকাল।" চাৰ আশুতোষ, প্ৰফুল্ল চন্দ্ৰ ৰায়, ৰবীন্দ্ৰনাথৰ দৰে একোজনে অসমীয়া-ভাষা-সাহিত্য-ঐতিহ্যৰ সম্যক জ্ঞান লভি উচ্চৈস্বৰে বখানি অসম-বংগ মৈত্ৰীতাৰ সেতু নিৰ্মাণৰ বাবে ইন্ধন যোগাইছিল।

ওপৰত উল্লেখ কৰা মণিষীসকলৰ সুপৰামৰ্শকো আওঁকান কৰি, পৰিতাপৰ বিষয়, অসমৰ ঠায়ে ঠায়ে বিশেষকৈ সুৰমা (বৰাক) উপত্যকাৰ বংগভাষীসকলৰ বহুতে সংখ্যালঘু বুলি ভাবি অসমীয়াজাতিৰ ঘাই সুঁতিৰ লগত নিজকে মিলাই যাবলৈ প্ৰস্তুত নহল।* যি সমস্যাতে নহওক, উপদেশ আৰু প্ৰেৰণাৰ বাবে সিবিলাকে বংগদেশীয় বঙলাভাষী সকলৰহে ওচৰ চাপিল। ভুল বুজাবুজিত সন্দেহ, সন্দেহে বৈৰীতা আৰু কলহৰ সৃষ্টি কৰে। ভাষাৰ ভিত্তিত দেশ পুৰ্ণগঠনৰ সময়ত ভাষাবিবাদ লৈ ঠায়ে ঠায়ে সংঘৰ্ষ হ'ল। আকৌ ভাৰত বিভাজনতো বঙালীভাষী হিন্দু-মুছলমান উভয় সম্প্ৰদায় লোকৰ অবিৰাম প্ৰবজনত অসমত ৰাজনৈতিক, অৰ্থনৈতিক, ভাষিক আৰু সংস্কৃতিক অৰ্থাৎ জাতিৰ বিপন্ন হোৱাৰ উপক্ৰমত অসমীয়া বঙালীৰ মেলা ফাঁটটোৰ পৰিসৰ স্বাভাৱিকতে বৃদ্ধি হৈ পৰিল। এই বিলাক অৱশ্যে আমাৰ আলোচ্যৰ বাহিৰ; তাতে নিৰ্ভশীল তথ্য-পাতিৰ বহুতো আমাৰ

---

* এই সম্পৰ্কে আমি ১৯৮৬ চনৰ ১১-১২ আগষ্টৰ 'আসাম ট্ৰিবুউন' কাকতত **Separation of Cacher** শীৰ্ষক প্ৰবন্ধত বিষদৰূপে আলোচনা কৰিছো। এই প্ৰবন্ধৰ যোগেদি দুয়োপক্ষৰ নেতৃবৃন্দক আৰু বিলম্ব নকৰি এৰা-ধৰা মনোভাবেৰে আলাপ-আলোচনাৰ যোগেদি সকলো সমস্যাৰ সমাধান কৰি শতাধিক বছৰৰ বিৰোধৰ অৱসান ঘটাই দুয়ো উপত্যকাৰ শান্তি, সম্প্ৰীতি আৰু প্ৰগতিৰ পথ প্ৰশস্ত কৰি বিচক্ষণতাৰ পৰিচয় দিবলৈ আহ্বান জনাইছো—লিখক।



হাতলৈ অহা নাই; আকৌ ঘটনাসমূহৰ অতি ওচৰতে হোৱাত কিছু প্ৰভাৱান্বিত হৈ আবেগবিহীন আৰু বাস্তৱ দৃষ্টিভঙ্গীৰে এইবিলাকৰ মূল্যায়ন কৰা সম্ভৱপৰ হোৱা নাই। যিয়ে নহওক, তথাকথিত সংখ্যা লঘু আৰু ওচৰচুবুৰীয়া খিলঞ্জীয়া সকলৰ ভুল বুজা-বুজি দূৰীভূত হৈ এৰা-ধৰা মনোভাবেৰে সংযোগৰ সেতু দৃঢ় কৰিব নোৱাৰিলে অসমৰ ঐক্য, সংহতি আৰু প্ৰগতিত যে ব্যাঘাট জন্মিব—এই কথা বঢ়াই নকলেও হব।

—×—

পৰিশিষ্ট (ক)

## অসমীয়া ভাষা সম্পৰ্কে নাথান্ ব্ৰাউন ঃ

Mr. Robinson has written to the Government against the instruction of the natives in Assamese...

Mr. Robinson complains of the missionaries for the calling Asamese, "the vernacular dialect of the people". If this is not vernacular what is ? Is Bengali the vernacular ? Does Mr. Robinson mean to say that a language which cannot be understood by the people is their *Vernacular tongue* ? Words seems to have lost their meaning. Our ideas will soon become as confused as the dialects of Bengal.

*  *  *

Mr. Robinson asserts that there is a great variety of pronunciation in the modes of pronunciation among the Asamese···I challenge any person to point out an equal extent of territory in any part of the world where there is a greater uniformity of pronunciation than in the Asamese, excluding of course the Dhekeri of Kamrup—also the Kacharis and other hill tribes, to whom the language is not Vernacular and also cannot therefore be expected to speak it in its purity. The spoken Asamese is in fact peculiar for its stability and uniformity. While Bengali has been changing, as Mr. Robinson informs us, the language of Asam remains the same that has been for centuries. It never came from Bengal, it has much greater affinities with other branches of Sanskrit than with Bengali. It is a more easy flowing, agreeable language and not less copious, and is fully entitled, notwithstanding the statement of Mr. Robinson to the contrary, to be considered as the Vernacular language of the people. ( American Baptist Foreign Mission Society. *Assam Correspondence* : *Brown to Peck, Sibsagar, October 24, 1854* )

পৰিশিষ্ট (খ)

## অসমীয়া ভাষাৰ ঐতিহ্য ঃ মাইলচ্ ব্ৰন্সন ঃ

সকলো জাতি আৰু মানুহৰ মাজত নিজ মাত্রি ভাষা আদৰণিয়। সেয়ে যিমান কি খিন আৰু অসোভিত নহওক, তেওঁ আপোন ভাসা বুলি নেৰে। ৰণ-বিগ্ৰহ, ৰাজ্যভগা আৰু নতুন ৰাজ্যপতা, এনে দুৰ্ঘটনাবপৰা নানা বিদেসি ভাসা সিকাতে মাত্রি ভাসাক গুচাব নোৱাৰে। আমাৰ এই অচম দেশত ইয়াৰ প্ৰমাণ দেখা গৈচে। পূৰ্বে আহোম ৰজাসকলে এই দেস জই কৰি স স বচৰ ভোগ কৰিলে। তেওঁ বিলাকৰ ভাসা থামতি জাতিৰ সমন্ধিয় এক ভাসা আছিল। কিন্তু এনে অতি আচৰিত জে ৰজাসকলৰ ভাসাই অসমিয়া ভাসাৰ একো হানি নকৰি এতিয়া প্ৰাই সেই ভাসা আপুনি লোপ হ'ল। এইদৰে মান আৰু মচলমানৰ সৈন্যে বাৰে বাৰে এই দেসত ৰণ কৰি দেসৰ বহু উৎপাত কৰিলে। তথাপি ভাসাৰ একো লৰ নহল। আৰু বৰ্ত্তমান কালত এই দেশ ইংলণ্ডিয়সকলৰ অধিন হোআত তেওঁ-বিলাকে অচমিয়া ভাসাৰ প্ৰতি বিসেস সহায় নহই বঙ্গালি ভাসাক নিজ মাত্রি ভাসা বুলি গৱৰ্নমেণ্টৰ সকলো কৰম আৰু স্কুল আদিতো বেৱহাৰ কৰে। তাতে আমাৰ অচমিয়া মানুহৰ এভাগে জিবিকাৰ উপাইৰ নিমিত্তে বহু স্ৰমেৰে বিদেসি ভাসা সিকে, আৰু কিচু বঙ্গালি কথা লিখিব পাৰিলে কাচাৰিলৈ গৈ তাত বঙ্গালি অচমিয়া দুয়োকো মিহলাই আৰজি আদি লিখি জিবিকা উলিয়াই। কাচাৰি ঘৰত দিনৰ দিণ্টো হিন্দুস্থানি, বঙ্গালি আৰু কেতিয়াবা কিচু অচমিয়া কথাও মিহলাই কাম-কাজ কৰে ; কিন্তু আপোন ঘৰ পৰিআল পোআ মাত্রে সুৰৰূপে নিজ মাত্রি ভাসাৰে আলাপ কৰে। এইদৰে প্ৰাই ৩০ বচৰ গল ; কিন্তু অচমিয়া ভাসা ব্ৰহ্মপুত্ৰ নদিৰ সোঁতৰ নিচিনাকৈ ৰাজ্যৰ মাজত এনেদৰে চলি আছে আৰু আগলৈকো চলিব। ( Bronson Miles, *Assamese-English Dictionary* ; see preface আভাস। )

## অসমীয়া ভাষা প্ৰচলনৰ বিৰুদ্ধে এখন আবেদন পত্ৰ ঃ

The people of Lower Assam protested against the order of the High Court order of the dialect current in Upper Assam imporperly designated as the Assamese Language has been enforced in supersession of the Bengali which has for upwards of 40 years been recognised as the Court and adopted as the medium of instruction in schools. The Upper Assam dialect is spoken only by a small portion of the population of Assam District of Dibrugarh and Sibsagar and is altogether unimportant and meagre and its capabilities and chances to make itself the language of the entire province are extremely limited as its comparative poverty in respect to written and published works does conclusively show.

The presumption of Upper Assam people to force their own patois to the acceptance to the people...would wear an air of absurdity had their wishes been not seconded by the noise created by the Missionaries, who, we are sorry to witness have already made a sad havoc with our language by adopting and absurd system of spelling by phonetic representation, and by publishing a highly objectionable dictionary and one or two gramnatical primers. The Bengali which had hitherto continued with utmost advantages to the real interests of our progress to be the court language of Assam and which must yet continue for long years to be the medium of instruction in our schools before we can hope to prepare suitable text books···It is one undoubted fact that in our religion and social usuages are identical with the Bengali. Thus petitioners requested that Bengali should be retained for a long time to come : ( A memorial signed by 22 pleaders, 33 Mouzadars, 74 Mandals, 4 Gossains, 2 Dolye Bar Dawry and 1089 private men, a total of 1226 persons to the *Lieutenaut Governor of Bengal. See AS, File No 471, Assamese Language, 1862-73* :



## বঙলা ভাষা প্ৰচলনৰ সপক্ষে জেন্‌কিন্স চাহাবৰ প্ৰতিবেদন ঃ

With reference to a correspondence, submitted to His Honor by the American Missionaries in Assam, advocating the introduction of Assamese into all the Vernacular Schools of this Province and impeaching the views on this subject, held by the Inspector of Government Schools, I have the honor to forward for the consideration of the Honorable the Lieutenant-Governor, a statement by Mr. Robinson, vindicating the use of Bengali.

2nd—Mr. Robinson, in my opinion, ably refutes the assertions of the Missionaries, but *as I was the person principally concerned in adopting the Bengali, as the language to be used in the Schools*, I would beg to submit a brief account of the grounds on which I founded my opinion of the expediency of making that the language of Vernacular in Assam, and in doing this, I trust I shall be able to correct some inaccuracies of the Missionaries, calculated to mislead his Honor's judgment.

3rd—When I assumed charge of this Office, I found all the *Omlah* with two or three exceptions, of individuals holding inferior situations Bengalis from Sylhet, Mymensing, and Dacca ; some of these had been under Mr. Scott, but the principal officers who were mostly from Sylhet, had been introduced by Mr. Robertson. I think there was not a single appointment made by me for some years afterwards.

The business of the Courts was almost entirely conducted in Bengali, the exceptions were a few papers in Persian, which was the language best known to Mr. Robertson, for his use and that of the Sudder Court.

4th—The Courts of the then two existing Zillahs, Goalpara and Kamroop (Lower Assam), were also filled with Bengalis,

who had mostly accompanied Mr. Scott from Rungpore ; the Police officers, as also the Native Judges in Gowalparah, were mostly Mahomedans of Burdwan or the North-West Provinces, whilst all the Chief Revenue Officers and all the Treasurers were Bengalis of Rungpore and Mymensing, or Brahmins of Santipore, connected with the Gossains of the Kamikha Temple at Gowhatty.

5th—The Native Civil Courts only of Lower Assam were held by Assamese (*Punchaets*), and the business of those Courts was conducted in the Vernacular jargon current in the District, but in the *Aoockkate Courts*† the language used Bengali, and the proceedings of the lower Courts could scarcely be read and were very imperfectly understood by the Bengali officers of the higher Courts.

6th—When Mr. Scott was at Gowalparab, and the conquest of Assam became probable, he had taken into his offices for instruction in Bengali and the Regulations and modes of procedure in our Courts, many sons of the first families of Assam, then refugees at Gowalparah, who subsequently where dispersed throughout the Courts of Assam, and all nearly afterwards became distinguished officers and held high appointments and chiefly in the Courts of Upper Assam.

7th—On the division of Lower Assam into three Zillahs, as the local Courts were then subordinate to the Sudder Courts, the Bengalis who had been introduced by Mr. Scott and Mr. Robertson, were necessarily appointed to the chief situations in each Zillah ; and all the business of the Courts was carried on in their language, as a matter of the course, and without any specific orders having been given to that effect.

8th—Shortly after the *Punchaets* were broken upon, and Moonsiffs were appointed, who were all Assamese, mostly members of the late Courts ; and thenceforth the business of their Courts was also conducted in Bengali ; and *I do not recollect that there was a single proposition made to retain Assamese, or that any difficulty was alleged as to the introduction of Bengali as the language of the Court* ; but if Assamese had been strictly, retained, it must necessarily have happened that, either appeals to the Sudder Courts would have been useless, or we should have been obliged to have translated all proceedings submitted to those Courts into Bengali, for their use.

† The *Bar Panchayat* or a Court for the trial of heinous offenders. The jurisdiction of the *Sadar Diwani* and *Nizamut Adawlat* were then not extended to Assam.



9th—Perceiving however, that the want of an accurate knowledge of Bengali and our rules and forms on the part of the Assamese, was likely to throw an undue proposition of the appointments in the Courts, into the hands of foreigners, I prevailed on the Government of allow of several Assamese lads being appointed as apprentices to each Court in the Province, to learn the business of the Courts and to perfect themselves in the Bengali language, and this measure, in my opinion, has been attended with the most beneficial results, for though only as yet a few only have attained high office owing to the influence of the Bengalis who were already at the head of the offices, and whose relations have always poured in great numbers, yet the means has diffused a very general knowledge of the rules and regulations, and the acquisition of Bengali has been made an object of earnest desire to a very large portion of the youth of the better classes of the inhabitants.

10th—To show more forcibly the manner or degree in which the Assamese were prepared for the adoption of the Bengali language, besides refering to its fundamental affinity with the Assamese, which has been sufficiently explained by Mr. Robinson, I will add a few words to exhibit the former connection of Assam with Bengal and Hindoostan, to prove that the Assamese were not so ignorant of the languages of their neighbours as the Missionaries would have Government to understand they were.

Putting out of the question the original sources of the bulk of the population, which I believe to be of Hindoo extraction, it will be sufficient to mention, that long before the Ahom Rajahs were converted to Hindooism or Brahminism, the temples were established throughout Lower Assam, having large establishments of priests who read and taught the Hindoo

sacred books in Sanscrit ; and immediately after their conversion, the Rajahs brought in Kanouge and Santipore Brahmins, for whom they instituted immense establishments, and invested with so much rank and power, that gradually the greater part of the authority of Government fell into their hands.

Before the power of the Ahom Rajahs began to wane, they had founded six or seven hundred temples (*dewalis*) in all which Sib was worshipped and the *shastras* of the Bengali Brahmins were taught ; and there existed at the same time about the same number of *shastras* (*Satras*), many of them of very ancient origin, in which the Vedas were taught. The influence of all these numerous institutions, at all of which Sanscrit was taught and Bengali spoken, could not but have been very great upon the people, and made them more or less acquainted with the Bengali language.

11th—But previously to the Ahom kings becoming Hindoos the armies of Aurungzebe had conquered all Lower Assam and penetrated as far as Ghoorgaon ; and though the Moguls were driven back from Upper Assam, a number of Mahomedans and other Hindoostanees became established in this country from that period.

The Moguls held Kamroop, however, for many generations and introduced into it their fiscal system which existed down to our time. The seat of Government of the Moguls, for these Eastern Districts, was at Rangamatty, in Rungpore ( Gowalparah ), and to that place all the authorities of Kamroop, and all persons having complaints to make, must have been constantly going backwards ; but detachments from the forces of the Moguls were maintained on the frontiers of Lower Assam ; and there continued to be kept a strong garrison at Gowhatty when the Emperors and Nawabs of Bengal had lost nearly all Kamroop.

Besides this, before the invasion of the Moguls, the Kookes (*Sic*) of Cooch Behar had overrun all North Kamroop and Durrung, where they remain to this day, and if they did not bring with them a pure Bengali dialect they, no doubt, spoke each a dialect as was then current in Rungpore, Dinajpur and



Purneah, great portions of which Districts they had conquered. Whilst thus the Moguls (Muslims) remained in connected with Assam, and it was a connection of 150 or 200 years' duration, there can be little doubt that the dialects of Bengal and Hindoostan prevailed largely over all Lower Assam.

12th—Towards the end of the last century, when Assam was broken up by civil wars, the Assam Rajahs called in a number of Hindoostanees whom they enlisted into their Armies, principally Seikhs ( Sikhs ) and Hindoostanee Fakirs ; and when Captain Welsh came up here in 1792, there were several thousands of these mercenaries scattered about the country, many of whose families have been since permanently established in Assam, some of the Seikhs remaininig a distinct people to this day.

Shortly after our troops were withdrawn, the Assamese called in the Burmahs, and this was followed by the emigration of the principal families of Assamese, especially the Brahmins and high caste families, into our District of Rungpore, and with them a very large body of the ryots, the better classes all returned with our troops to Assam, bringing back with a perfect colloquial knowledge of Bengali and Hindoostanee. Amongst these refugees were the Rajahs Poorunder Sing and Chunder Kant Sing, with their chiefs, both of whom had visited Calcutta and in my acquaintance with both, I never heard any other languages spoken then Hindoostanee and Bengali.

13th—The next stage in this history was our occupation of the country and all the troops and followers employed, and who in the course of our operations were spread over the whole country, were Hindoostanees and Bengalis : and it is impossible to imagine, that, with so scanty a population as the Assamese, this mass of foreigners had not produced a very considerable change in the knowledge of their tongues by the Assamese, when all the principal families had been for many years, residing in Bengal with their slaves and families.

But there was a still further connection with the people of our Western Provinces. By the intercourse of trade the Assamesee themselves never sought foreign countries with their

products, but sold readily to such traders as visited them. All the trade of the country had been in the hands of the Seikhs, but they were now superseded by the Kayahs, from the most Western Districts of India, Jesselmier, Bikaneer, and Ajmere, who brought up the most costly staple, and imported salt and cloths, English and Hindoostanee, and by Bengalis, who purchased the oil, grains and imported smaller articles of a miscellaneous nature. All these held intercourse with the Assamese through the medium of their own languages and certainly with little difficulty.

14th—In 1837, Lieutenant-Colonel Matthie, then Collector of Kamroop, proposed establishing some village Schools throughout the Zillah, principally with a view to rearing up a class of qualified village and Pergunnah Officers. Throughout Kamroop there were at the time many Schools for the higher classes, but the instruction was chiefly in Sanscrit ; there were, however, no Schools anywhere available to the lower classes. There were no Schools in any part of Assam, except two or three Missionary Schools, where children were taught in Assamese, the first attempt to teach them in the current provincial dialect were made by the American Missionaries.

Colonel Matthie's plan was to employ the Pundits of the existing temple, or Sanskrit Schools, in his village Schools which they were readily prevailed on to superintend ; and they were all sufficiently good Bengali Schools to take upon themselves the duty of elementary instruction in Reading, Writing, and Arithmetic, all that it was expected of them to teach.

It was not proposed to teach Assamese, and if it had been, there were then no available elementary Assamese books whilist Bengali were readily procurable, and that, as the language of the Courts, was what all were desirous of learning.

15th—Subsequently Colonel Matthie's measure was extended to the other Divisions with some little modifications, but it was found necessary, generally, to get rid of the Pundits, as they very commonly resisted teaching the lower classes of Hindoos and Mahomedan children, and devoted their time, when not checked, by teaching Brahmin boys or the children of the superior classes, Sanscrit. Some time after the Schools were further organized by being placed under the superintendence of an Inspector.



16th—From the foregoing account it will be seen that instruction in Bengali necessarily grew up under the circumstances of our connection with the Province, and that the Assamese were prepared for its adoption by a very considerable previous acqaaintance with Bengali and Hindee, that of the Division Gowalparah was wholly Bengali, and Lower Assam was scarcely less so. In Kamroop reside several thousand of Brahmins who originally emigrated from Sylhet, and who are now the domestic Gooroos of most of Rungpore, Kooch Behar and Dinagepore. In Durrng all the leading families were of Kooch Behar origin or of Bengali ; and in Nowgong, scattered amongst Assamese families of rank, many of whom had been refugees in Bengal, resided in large population of Mahomedans of Hindoostan or Bengali extraction but in all these four Divisions, there were numerous tribes of Hill races, Garrows, Kookees, Kacharis, Mikirs, and Lalungs, who had their own distinct languages, whom it has never been proposed to instruct through the medium of their own languages; for to attempt to preserve them, and to create a separate literature for each, would immediately have appeared ridiculous. In Upper Assam the connection with Bengal had been of course less, but it so happened that all the gentry nearly had been exiles in Bengal, and had there acquired a very competent knowledge of the language of that Province.

17th—Whilst the adoption, therfore, of Bengali as the medium of instruction to the Assamese seemed expedient, under every circumstance of policy, for the gradual amalgamation of the people of Assam with our subjects in Bengal, with whom alone they are in direct communication and immediate neighbourhood, and the administration of the affairs of this newly acquired Province in unison with the Government of the old Province, we have only to reflect on what would have been the result of a contrary procedure to show that the attempt to convey instruction through the medium of the Assamese dialect would have been most ruinous to the people, if not impossible. ( *Selection of Records, Government of Bengal, vii, relating to whether Assamese language or Bengali should be taught in Schools : Jenkins to Grey, December 7, 1854.* )

পৰিশিষ্ট (ঙ)

## অসমীয়া আৰু বঙালি

অসমীয়া মানুহৰ উন্নতি নোহোৱাৰ এটা ঘাই কাৰণ এই যে তেওঁ বিলাকৰ মাজত ভেম আৰু ময়মত সৰহকৈ থকা দেখিবলৈ পোৱা যায়। ভেমৰ নিমিত্তেই ৰজাই ৰাজ্য হেৰুৱালে, ডাঙৰীয়াবোৰে পদ হেৰুৱালে, ভাল মানুহে ধন মান হেৰুৱালে। ভেমৰ গতিকেই আসাম আজি দৰীদ আৰু পৰৰ মুখলৈ চোৱা অবস্থাত পৰিছে। হাবিৰ খেৰ ভাল খুটাটো কাটি আনি ঘৰ বান্ধিব নোৱাৰে, সাত পুৰুষে ভোগ কৰা মাটি ডোখৰক ও আপনাৰ বুলিব নোয়াৰে, অসমীয়া মানুহ এনে অৱস্থাত পৰিলহি। তথাপি আজিলৈকো ভেমৰ অন্ত নাই। বঙালি মানুহ ধনত ডাঙৰ, পদত ডাঙৰ, বিদ্যাবুদ্ধিত ডাঙৰ, কুলত ও ভাল, আচাৰত ও শুদ্ধ, তথাপি অসমীয়াৰ মনত সিহঁত "কটা বঙাল"। বঙালি মানুহ যিমানেই কি ডাঙৰ নহওক, আমাৰ অসমীয়া ডাঙৰীয়া তাতোকৈ ডাঙৰ। ইমান গপৰ, যদি অলপমান ও কাৰণ থাকিলহেঁতেন, তেনেহলে একো কথা নাছিল। ঢেকিয়া শাক আৰু খৰলি খাই কোনোমতে মাথোন অসমীয়া জীয়াই আছে। গোলাম বান্দি নাইকিয়া হল, দোলা ডুলীয়াৰ মুৰ মৰিল, পাইকৰ মুখে বৰ কথা শুনিব লগীয়াত পৰিছে, ঘৈণীয়ে ধান নাবানিলে, নৈৰ পৰা গই পানী নানিলে নচলে, আধিদিয়া মাটিৰ ধানে ছমাহ নাযায়, এনে অৱস্থাত ও যাৰ গপ, সঁচাকয়ে তাক সলাগিব লগীয়া। কিন্তু কিহৰ বাবেই বা সলাগিম? কি মহাব্ৰতৰ নিমিত্তে অসমীয়াৰ ইমান গপ? কি সত্যপালন বা কি দেশহিতৈষীতা? ঘৰত বোন্দা মেকুৰিৰ নিচিনা সোমাই থাকি হোকা টানা আৰু তিৰুতাৰ ওপৰত হুকি ডাবি চলোৱাই নে তেওঁৰ মহাব্ৰত? ইপিনে বঙালিয়ে দেশ বিদেশে ফুৰি ধন গোটাব লাগিছে, বিদ্যা বুদ্ধি লভি পৃথিবীত যশস্যা পাব লাগিছে, সকলো গুণত সভ্য জাতীৰ সমকক্ষ হবলৈ ধৰিছে, তথাপি বঙালিৰ গপ নাই, ধুন নাই, অভিমান নাই। বাৰু অসমীয়াৰ গপ অসমীয়াতে থাকক, আৰু বঙালিৰ ধন বিদ্যা বঙালিতে থাকক তেওঁ দেখিব পাৰি; কিন্তু গপীয়াল অসমীয়ায় বঙালিক যে ঘিনায়, ইটো বৰ শোকৰ কথা। পৰস্পৰ জাতি বিগ্ৰহ থকাৰ



নিমিত্তেই ভাৰতবৰ্ষৰ যে ইমান দুৰ্দ্দশা হইছে, এই কথা ভাৰতবৰ্ষৰ ইতিহাসৰ প্ৰত্যেক পিঠিত সোণালি আখৰে লিখা আছে, সেই বিগ্ৰহ আন ঠাইত কমিচে যেন দেখা যায়, কিন্তু আসামত কমিছে বুলি কব নোৱাৰি, বঙালিক হিংসা আৰু ঘিন কৰা আৰু বঙালিয়ে সইতে নিলগা নিলগি হই থাকা অসমীয়াৰ জাতীয় প্ৰকৃতি। বঙালিয়ে আসামত কাম কাজ নাপায় এয়ে অসমীয়াৰ ইচ্ছা। অসমীয়া ভাষাৰ বদলি বঙালি ভাষা পঢ়াশালিত আৰু কচাৰিত চলিত নহয় এনে অসমীয়াৰ ইচ্ছা ··· অসমীয়া ভাষা বঙালি ভাষাতকৈ বেলেগ, এই কথা সঁচা; কিন্তু অসমীয়াৰ পক্ষে ই বৰ গৌৰবৰ কথা নহয়, বৰঞ্চ ই দুখৰ হে কথা; কিয়নো অসমীয়াৰ আৰু বঙালিৰ ভাষা একে হোৱা হলে অসমীয়াক ইমান পিছ পেলাই বঙালিয়ে সভ্যতাৰ পথত অকলে আগবাঢ়িব নোৱাৰিলেহেতেন। বঙালিৰে সইতে আমাৰ যিমান ঘনিষ্ঠতা বাঢ়ে, তিমান আসামৰ মঙ্গল। নিলগা নিলগি হই থকাত একো কামৰ আৰু একো গুণ নাই; বৰঞ্চ তাৰ দ্বাৰাই জাতীয় উন্নতিৰ বহুত বাধাকতা জন্মে। অকলে, নিজৰ বাহুবলে বা বিদ্যা বলে, গুৱাহাটীত বা ৰঙপুৰৰ নিজৰ মহাসভাত বহি, নিজৰ ভাষাৰে বক্তৃতা দি নিজৰ আসাম দেশক কোনো কালত নিজে শাষণ কৰিব আৰু আন দেশে সইতে একো সম্পৰ্ক নাৰাখিব, এনে আশা যদি অসমীয়াৰ মনত উদয় হয়, তেন্তে সি ভ্ৰম মাথোন। হে অসমীয়া। হৃদয় বহল কৰা, আৰু সেই বহল হৃদয়ত গোটেই ভাৰতবৰ্ষৰ সকলো জাতিক ভ্ৰাতৃস্থান দিয়া; পৰস্পৰৰ সামান্য বিভিন্নতা যিবোৰ আছে, সেইবোৰ যদি গুচাব পৰা যায় গুচোৱা, যদি নাযায় লুকাই থোৱা; আকাশত বিভিন্নতাৰ ছত্ৰ নুৰাই, যিহৰ দ্বাৰায় একতা সাধিত হব তাৰে হে ছত্ৰ লোৱা; তেনে অসামৰ ও উন্নতি হব আৰু ভাৰতৰও উন্নতি হব।

কিন্তু বঙালি ভায়া! অকল যি অসমীয়াৰ গাতে এটাইখিনি দোষ এনে নেভাবিবা। এহাতে চাপৰি নাবাজে। এই কন্দলৰ মুলত তুমিও এফেৰিমান আছা। বঙালি মানুহে অসমীয়াক অসভ্য জাতি যেন ভাবে; বঙালি লগ পালে অসমীয়াক লগ নিবিচাৰে; অসমীয়া ভাষা অসভ্য জাতিৰ ভাষা বুলি নিশিখে; এনে অৱস্থাত নো কেনেকৈ অসমীয়াই সইতে বঙালিৰ সদ্ভাব হব। আসামত ইমান বঙালিৰ মাজত কিবা জানি এজনও নাই যি অসমীয়া কথা ভালকৈ কবলৈ পাৰে। বঙালিৰ পক্ষে অসমীয়া শিখা নিচেই উজু; তথাপি যে তেওঁবিলাকে নিশিখে তাৰ দ্বাৰায় এনেটোহে পতিয়াব লগিয়া যে অসমীয়াৰ সইতে সদ্ভাব বঢ়াবলৈ তেওঁবিলাকৰ ইচ্ছা নাই; কিয়নো যেতিয়ালৈকে ভাষা ভালকৈ কবলৈ নোৱাৰে, তেতিয়ালৈকে অসমীয়াই সইতে মিল প্ৰীতি হোৱা অসম্ভৱ, মিল-প্ৰীতি

কৰিবৰ ইচ্ছা নাথাকিলেও অকল দেশৰ ভু বতৰা জানিবৰ নিমিত্তেই অসমীয়া ভাষা শিখা আৱশ্যক। আসামত থকা বঙালিয়ে আসামক ইমান ঘিণ কৰে নে যে অসমীয়াই সইতে মিল প্ৰীতি কৰা দূৰত থাকক আসামৰ কথা বতৰাকো জানিবলৈ নোখোজে? এনে কথা পতিয়াব নোয়াৰি। যি কাৰণেই হওক আৰু যি পক্ষৰে দোষ হওক, অসমীয়া বাঙালিয়ে যে আসামত মিল নাই এই কথা কোনে নেজানে। যিহতে এই মিল আগলৈ হয়, তাক সকলোৰে পুৰুষাৰ্থ কৰিব লাগে। ধৰ্ম্ম, ভাষা, আচাৰ, ব্যৱহাৰ সকলোতে ইমান মিল থকাত ও যদি অসমীয়া বঙালিৰে মাজত একতা সাধিব নোয়াৰি, তেনেহলে কেতিয়াবা যে ভাৰতবৰ্ষৰ একতা হব এনে আশা কৰা বৃথা। (মৌ, দ্বিতীয় সংখ্যা, পুহ, শক ১৮০৮, জানুৱাৰী)।

—×—

# শুদ্ধবৰ্ণি-পৃষ্ঠা

| পৃষ্ঠা | শাৰী | হৈছে | হ'ব লাগে |
|---|---|---|---|
| ১ | ১৭ | মহিষীসকলৰ | মনিষীসকলৰ |
| ৩ | ১৫ | জেকিন্স | জেন্‌কিন্স |
| ৫ | ৬ | আক্টোবৰ | অক্টোবৰ |
| ৭ | ১০ | শিক্ষাধীকাৰ | শিক্ষাধিকাৰ |
| ১১ | ২১ | গাৰ্নিয়ে | গাৰ্ণিয়ে |
| ১৪ | ৪ | Hopkinsons | Hopkinson |
| " | " | জেকিন্স | জেন্‌কিন্স |
| ১৫ | " | ,, | ,, |
| ১৮ | ৬ | সমীধান | সমিধান |
| ২২ | ৪ | অনিসন্ধিৎসুয়ে | এইজনা অনিসন্ধিৎসুয়ে |
| " | ৫ | উপৰিও এইজনা | উপৰিও |
| ২৪ | ৪ | দিলবৰ চিত্ৰ | দিলবৰ |
| ৫৪ | ২ | নদীয়াদল | নদীয়াল |
| ৫৫ | ১২ | 1242 | p. 242 |
| ৫৮ | ২৫ | Literatnre | Literature |
| ৬২ | ১৪ | Antiquarin | Antiquarian |
| ৬৪ | ১৮ | নিয়ম | নিয়ম |

অসমৰ নৱজাগৰণ : অনাঅসমীয়াৰ ভূমিকা গ্ৰন্থখনিৰ ৰচয়িতা ডক্টৰ হেৰম্বকান্ত বৰপূজাৰী আধুনিক সময়ৰ অসম বুৰঞ্জীৰ বিশ্লেষণ আৰু গৱেষণা ক্ষেত্ৰৰ অন্যতম পথিকৃৎ। অসম আৰু ওচৰ চুবুৰীয়া ৰাজ্যৰ ৰাজনৈতিক ইতিহাস ৰচনাত তেওঁৰ বৰঙণি উল্লেখযোগ্য। আজীৱন শিক্ষাব্ৰতী ডক্টৰ বৰপূজাৰীয়ে জগন্নাথ বৰুৱা কলেজ, ছিলেটৰ এম চি কলেজ, কটন কলেজত বুৰঞ্জীৰ অধ্যাপক, কটন কলেজৰ উপাধ্যক্ষ আৰু কাৰ্যবাহী অধ্যক্ষ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ মুৰব্বী অধ্যাপক, বিশ্ববিদ্যালয় কলাগুৰু হিচাপে সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰিছিল। অৱসৰ প্ৰাপ্তিৰ পিছতো তেওঁ একেবাৰে গভীৰ নিষ্ঠাৰে গৱেষণা কাৰ্যত ব্ৰতী হৈ আছে। আৰু প্ৰায় দুকুৰিৰ ইংৰাজী অসমীয়া মৌলিক প্ৰবন্ধ ৰচনা কৰিছে। তেওঁ অসম সাহিত্য সভাৰ বুৰঞ্জী সন্মিলনৰ সভাপতি হিচাপে মূল্যবান ভাষণ প্ৰদান কৰিছিল। নৰ্থ ইষ্ট ইণ্ডিয়া হিষ্টৰী এছোচিয়েচনৰ প্ৰতিষ্ঠাতা সভাপতি ডক্টৰ বৰপূজাৰীৰ প্ৰকাশন সমূহৰ উল্লেখযোগ্য কেইখন হৈছে—

2ড-১৮১৭

- আসাম ইন দ্যা দেইজ অৱ কম্পেনী, ১৯৬৩
- প্ৰবলেমছ অৱ হিল ট্ৰাইবছ,
  নৰ্থইষ্ট ফ্ৰন্টিয়াৰ (তিনিখণ্ড) ১৯৭০, ১৯৭৬, ১৯৮১
- এমেৰিকান মিছনেৰীজ এণ্ড নৰ্থ ইষ্ট ইণ্ডিয়া, ১৯৮৫
- এন একাউণ্ট অৱ আসাম এণ্ড ইট্‌ছ এডমিনিচ-ট্ৰেছন্‌, (ছপাশালত)
- কটন কলেজ গল্ডেন জুবিলী ভল্‌উম, সম্পাদিত, ১৯৫১
- ডক্টৰ এছ কে ভূঞা কমামোৰেছন ভল্‌উম
  (ড° নেওগৰ সতে যুটীয়া ভাৱে সম্পাদিত), ১৯৬৬
- পলিটিকেল হিষ্টৰী অৱ আসাম (সাধাৰণ সম্পাদক) ১৯৭৬
- কম্‌প্ৰিহেনচিভ্‌ হিষ্টৰী অৱ আসাম (ছপাশালত)
- অসম সাহিত্য সভাৰ বুৰঞ্জী সন্মিলনৰ সভাপতি অভিভাষণ-১৯৭২
- আমেৰিকান মিছনেৰী আৰু উনৈশ শতিকাৰ অসম, অসম সাহিত্য সভা-১৯৮১ ॥